লৰী হলেও বৈ নেথাকে। মিলিটাৰীলৈ দিনে-পোহৰে সিহঁতে সিমান ভয় নকৰে। অৱশ্যে সকলো চিপাহী বদমাচ নহয়। কিছু-মান যে আছে, চকুত চকু পৰিলেই চকু টিপিয়াই দিয়ে। কিন্তু কিছুমান আছে ইমান ভদ্ৰ, এটা নিগ্ৰো ছাৰ্জেণ্ট আছে, ইমান মোলায়েম কথা কয়, ফটো তোলে, ঘৰত কেইজনী ভনীয়েক আছে কয়, গৌৰীহঁতৰ ঘৰৰ কথা সোধে, সপ্তাহত কিমান টকা আৰ্জে সোধে, ফটো তুলিলে পইচা দি গুচি যায়। ইমান ভাল মানুহ থাকিলে চিপাহীক আৰু ভয় কৰিবৰ মন নেযায়, হক লাগিলে চিপাহী যিমানেই অঘাইটং।

আৰু এটা কথা, সৰহভাগ চিপাহীয়েই গৌৰীক বেছি মৰম কৰে, প্ৰায়েই মোলায়েম মোলায়েম, ভদ্ৰ ভদ্ৰ কথা কয়, চিগাৰেট যাচে, বকচিচ দিয়ে। তাই জানে সিহঁতে তাইৰ মন পাবলৈ যত্ন কৰে, চায় যাতে তাইৰ খং নুঠে। গতিকে তাই কেইদিন মানৰ ভিতৰতে আগৰে পৰা লাগি থকা ভয়টো ভাঙি পেলায়।

সোনকালে ছুটী হলে তাই খোজ কাঢ়ি আহোঁতে কেতিয়াবা বাখৰক বজাৰত দেখে। কিন্তু তাই তলমূৰ কৰি পাৰ হৈ যায়। বাখৰে তাইৰ ফালে চায়, তাইৰ অনুমান হয় যেন সি তাইৰ লগত কথা পাতিব খোজে। কিন্তু সঙ্কোচ হয়, গতিকে বাখৰৰ ফালে নোচোৱাকৈ আঁতৰি যায়গৈ।

গিৰীনক তাই সদায় লগ পায়, সি এবাৰ নহয় এবাৰ তাইৰ ওচৰলৈ যাবই। ফিল্ডৰ মাজত তাক দেখিলে তাইৰ ভাল লাগে। চিপাহী মখাৰ মাজত এটা সহায় পোৱাদি পায়। গিৰীন তাইৰ প্ৰেমিক, সি তাইক ভাল পায়। তাইয়ো তাক ভাল পায়, তাই ভাবে। গিৰীনৰ বাবেইতো তাই ইমান মুকলি মূৰীয়াকৈ ছুনিয়া থনত ফুৰিব পাৰিছে। নহলে লাইনৰ মাজত আঁকৰী মিনিজনীৰ দৰে তায়ো এদিন মিলিটাৰীৰ ভয়ত পেপুৱা লাগিছিল আৰু দুৰ্যো-

ধন আৰু ভীমৰ ছত্ৰছায়াত নিজক ৰক্ষা কৰি আছিল। ভীমৰ কথা তাই পাহৰি যোৱা নাই। কেনেকৈ পাহৰিব? হাজাৰ হওক তাইৰ মাজৰ গাভৰুজনীক সিয়েই তো প্ৰথমে জগাই তুলিলে। তাক এদিন তাই ভালো পাইছিল। কিন্তু এতিয়া ভীমক তাই ঘৃণা কৰে। দুনিয়াৰ আৰামবোৰ নেওচা দিয়া ভীমটোক তাই কোনো মতেই ভাল পাব নোৱাৰে। মাহে তিনি-চাৰি কুৰি তাই নিজে উপাৰ্জন কৰে, বাপেকে সেই কাৰণে তাইক বেছ সন্মান কৰি চলে। ভীমৰ লগত থকা হলে জানো ইমান হ'লহেঁতেন? এই সকলোবোৰৰ বাবে তাই মনে মনে গিৰীনক কৃতজ্ঞতা জনাই থাকে। ভীমে তাইক বিচাৰি উলিয়ালে, মাত্ৰ গিৰীনৰ মাজেদি আৰামৰ ৰাজ্যলৈ লৈ যাবলৈ; গিৰীনে তাইক এতিয়াও তাৰ কলীয়াপানীৰ ঘৰলৈ মাতি থাকে। অৱশ্যে তাই নেযায়। দিনত যোৱা অসম্ভৱ। ৰাতি লাইনৰ বাহিৰত কেনেকৈ থাকিব? অৱশ্যে গিৰীনৰ কাৰণে তাইৰ মনটো বেয়া লাগে। গিৰীনক মৰম কৰিবৰ তাইৰ মন যায়। কিন্তু সুবিধাযে নাই।

অৱশ্যে এবাতি ভালেমান সময় তাই গিৰীনৰ ঘৰত আছিলহি। ডুমডুমাত চিনেমা চাবলৈ তাই জাক ছোৱালীৰ লগত আহিছিল। গিৰীনে দেখি একৰকম জোৰ কৰিয়েই লৈ গ'ল। কিন্তু সদায় তেনে সুযোগ ভাগ্যত নঘটে। তাই তাইৰ অৱস্থাটো গিৰীনক বুজাই দিয়ে। সিও ধৈৰ্য ধৰে আৰু সুযোগলৈ বাট চায়।

বাখৰে গিৰীনক লৰীত গৌৰীহঁতক তুলি লাইনত থৈ অহা কেইবাদিনো দেখিছে। সি গিৰীনক লগ পালেও কথা-বতৰা পাতিবলৈ ইচ্ছা নকৰে। গিৰীনৰ প্ৰতি সি মুঠেই শ্ৰদ্ধা ভাৱ ৰাখিব নোৱাৰে। গিৰীনেও বাখৰ নথকা সময়ত হে সিহঁতৰ ঘৰলৈ যায়; অৱশ্যে বাটে-পথে দেখা-দেখি হলে সিয়েই আগধৰি মাত লগায়।

# গোন্ধৰ

১

এদিন আবেলি স্কুলৰপৰা আহি ঘৰ সোমাওঁতে বাখৰে গিৰীনক ওলাই যোৱা দেখিলে। গিৰীনে মাত্ৰ "এইয়া 'কাইদেউ অলপ কামত আহিছিলো" বুলি কৈ ৰৈ থকা লৰীখনত উঠিছিল। লৰীত বদৰুদ্দিনে অপেক্ষা কৰি আছিল।

সি গম পালে, গিৰীনে শইকীয়াৰ পৰা টকা নিবলৈ আহিছিল। পাঁচ হেজাৰ টকা নিছে। দুই-এদিনতে সাত হেজাৰমান ঘূৰাই দিব। গিৰীনে এই কাৰবাৰ অনবৰত চলায়েই আছে। তাৰ বনুৱাক সপ্তাহৰ দৰমহা দিবলৈ কেতিয়াবা টকাৰ নাটনি পৰে, গতিকে শইকীয়াৰ ওচৰ চাপিব লগীয়া হয়। শইকীয়াই পৰাপক্ষত বাখৰক নজনোৱাকৈ ব্যৱসায়ত লাভ কৰি থাকে। দুখ লাগিলেও বাখৰে একো নকয়। সংসাৰ যি পথে চলে সেই পথে দেউতাক যোৱাটোত সি আচৰিত নহয়, মাত্ৰ তাৰ দুখ সেই পথে সি যাব নোৱাৰে, সেই পথ সি ভাল পাব নোৱাৰে।

সি কৈছিল, "কুকি, দেউতায়ো দেখিছো এই বুঢ়া বয়সত টকাৰ খক এৰিব পৰা নাই। ক'ত 'ৰাখা ৰাখা ৰাখা হৰি মায়া বাঘে খায়' গাব নে টকাৰ লোভত পৰি 'মুক্তিতো নিস্পৃহ' হৈ পৰিছে।"

গিৰীনে আহি অনুপমাৰ মনটো বেয়া কৰি থৈ গৈছিল। গিৰীনক দেখিলে তাইৰ অন্তৰৰ অভাববোৰে হাঁহাকাৰ কৰি উঠে। তাই উত্তৰ দিছিল, "আপোনাৰহে চিন্তা নাই, পৰ্টিকোৰ বেঞ্চখন ভাগিল, আপোনাৰ জানো খবৰ আছে?"

সি প্ৰথমে হাঁহিব বুলিয়ে ভাবিছিল, কাৰণ অনুপমাই ঠাট্টা কৰি তেনেকৈ ক'ব পাৰে আৰু সিও কৌতুকৰ সুৰতে দেউতাকৰ

কথা কৈছিল। কিন্তু অনুপমাৰ মাতটোত কৌতুকতাৰ লেশ মাত্ৰ নাছিল। স্বাভাৱিক গহীন সুৰ। যি তেন্তে তাইৰ মনৰ কথা? তাৰ বেয়া লাগে। একো নেমাতি নীৰৱে চাহ খায়। হয়তো অনুপমাৰ মনত দুখ। তাৰ টকা-পইচা নাই, তাই সুখত উঠা ছোৱালী, কলেজত বিলাস কৰা গাভৰু। যৌৱনৰ উছাহতে কিজানি তাক কেনেবাকৈ ভাল পাই পেলাইছিল, এতিয়া বাঢ়ি অহা জীৱনৰ আলমবোৰ নেপাই অনুতাপ কৰিছে।

## ২

কিন্তু সি মনৰ খুকুৰি মাৰিবলৈ অনুপমাক একো সুধিব নোৱাৰে। তাই মা হব। এই সময়ত মনত দুখ দিয়া ঠিক নহব। তেনে আলোচনাই তাইৰ পেটৰ সন্তানৰ অনাগত জীৱনলৈ আহুকাল আনিব পাৰে। কিন্তু যদি ইতিমধ্যেই তাই অশান্তি ভোগ কৰিছে, তেন্তে? তাৰ ভয় লাগে। মনলৈ আহে অশান্তি। দেউতাকে তাৰ নামত থোৱা বেঙ্কৰ টকাৰ পৰা সি সৰহকৈ টকা উলিয়াই অনুপমাৰ বাবে ব্লাউজপিচ, পুষ্টিকৰ আহাৰ, নতুন ছেণ্ডেল ইত্যাদি আনে।

তাই তাৰ মনৰ অৱস্থা বুজে। তাৰ সামৰ্থ্যৰ বাহিৰত খৰচ কৰি তাইক সুখী কৰিবলৈ লোৱা বাবে তাই নিজকে ধিক্কাৰ দিয়ে। মনে মনে কান্দে। বাখৰৰ ওচৰত বহুত দেৰি বহি থাকে, সি যি কৰিবলৈ কয় তাকে কৰে। তাৰ যুৱটো আলফুলকৈ ফনীয়াই দিয়ে। সি কিতাপ-পঢ়া শুনি থাকে।

তাৰ ভয় হয় মহাসমৰৰ কোবাল সোঁতত তাৰ কুকিও উটি যাব নেকি? গৌৰী গ'ল, গিৰীন গ'ল, দেউতাক গৈছে। অনুপমা আছিল, তায়ো যাবগৈ? সি কাৰ লগত থাকিব? মুজুৰা ভীমৰ লগততো সি জায়াই থাকিবই নোৱাৰিব। বিয়াৰ আগৰ ভাল

ভীমটোৰেও তাৰ ভালদৰে নচলিছিল। গৌৰী আহিহে কিছু ৰস সঞ্চাৰ কৰিছিল। সেই ভীম মৰিছে। এতিয়া যদি অনুপমাও যায়গৈ, সি কেনেকৈ জীয়াই থাকিব ?

বৰ্ত্তমানৰ বোৰ্ঁভী স্মৃঁতিত মানুহবোৰ উটি গৈ আছে। ক'লৈ গৈছে নেজানে। হয়তো কোনোবা অশান্ত মহাসাগৰত পৰিবগৈ। কিন্তু সেই কথা কোনেও নেজানে। বোধনে এদিন তাক দেখিও নেমাতিলে। এদিন গাতে গা ঘহঁাই গুচি গ'ল। এদিন তাৰ চকুলৈ চাই চায়েই চিগাৰেট খাই গুচি গ'ল। সি নিগ্ৰো আৰু মাৰ্কিণ চিপাহীবোৰৰ লগত জীপত উঠি তিনিচুকীয়া, ডিব্ৰুগড় কৰি থাকে। হলহলীয়াকৈ মাৰ্কিণ ইংৰাজী কয়।

অথচ বোধন এদিন আছিল স্কুলখনতে তাৰ আচল 'একান্ত বাধ্য ছাত্ৰ, নম্ৰ, চোকা, মনোযোগী, উৎসাহী। সিও হেৰাল।

তাৰ অশান্তি বাঢ়ি আহে। সি অকলে শুভোতাপাকে গৈছে। অৱশিষ্ট পৃথিৱীখনেই এফালে গৈছে। গতিকে সি প্ৰায় সদায় নিজামৰ ওচৰলৈ যায়। নিজামৰ ওচৰলৈ গলে সি এজন লগৰীয়া পায়। কিন্তু নিজাম ব্যস্ত। দোকান চলাব লাগে। সিহঁতৰ একে-ফালৰ বাটটোত ফল-মূল গোটাবলৈ সি প্ৰায়ে ব্যস্ত থাকিব লাগে। ভীমো আহে তাৰ পাচে পাচে, কিন্তু ভীমো নিষ্প্ৰাণ অনুগামী, বেদনাৰ বোকা খচকি ভালপোৱা মানুহ, ধূসৰ গধূলি সিপাৰৰ চনাইলৈ চাই চকুলো টুকি টুকি নাও বোৱা নাৱৰীয়া, 'আছে যদি কপালত, ৰহিমগৈ চোতালত, হাতত ঘটি চেপেনা লৈ' গোৱা প্ৰেমিক ব'ৰাগী।

৩

বাখৰৰ অনুমান যিদিনা প্ৰমাণিত হ'ল, সেইদিনা সি বুজিলে, সি অনুপমা সম্বন্ধে অকল অনুমানেই কৰা নাছিল, অনুভৱো কৰিছিল।

গিৰিয়ে সিহঁতক তাইৰ জন্মদিন উপলক্ষে নিমন্ত্ৰণ কৰিলে। নিজে আহি জোৰ কৰিলেহি, যাবই লাগিব, তাই গাড়ী পঠাই

দিব। উপায় নেপাই বাখৰে কথা দিলে। নহলে গিৰিৰ ভেমবোৰ সি মুঠেই ভাল নেপায়।

অনুপমাই কোনো মতেই যাব খোজা নাছিল। কিন্তু বাখৰে বুজাই-বৰাই কোনোমতে মান্তি কৰালে। গাড়ী আহি ৰৈ আছে। কিন্তু গা ভাল লগা নাই বুলি তাই নেযাওঁ বুলি ক'লে। বাখৰে বৰকৈ ধৰাত হে যাবলৈ ওলাল।

ফুল আৰু গছ পাতেৰে নতুন ঘৰটো সজাই থৈছে। দেখৰ মানুহ আহিছে। নৰকান্ত বৰুৱাৰ ডাঙৰ জীয়েকৰ জন্মদিন। গিৰিবালা জীৱনৰ ওঠৰটা বছৰ পাৰ হৈ আহিল, আজি প্ৰথম জন্মদিন পালন কৰিছে। কাৰণ, বোধ হয়, এই বাৰেই তাইৰ পৃথিৱীত জন্ম হৈছে, যিখন পৃথিৱীলৈ তাই সোমাইছে। নৰকান্ত বৰুৱাই কস্মিন কালেও জন্মদিন পতা নাই। বৰুৱানীয়ে এই প্ৰথম শুনিলে, এনে এটা দিন থাকে বুলি। ৰেণুৰ জন্মদিন পতা হবনে নহয় কব নোৱাৰি।

কেবাজনো ওখ খাপৰ মিলিটাৰী অফিচাৰ আহিছে, জয়ন্ত হঠাৎ কৰবাৰ পৰা ওলাইছেহি—গিৰিৰ ভাবী স্বামী জয়ন্ত। ভাৰতীয় সৈন্য বাহিনীৰ পোছাক পিন্ধা স্বাস্থ্যবান মানুহটো, হটঙা মাৰ্কিণ অফিচাৰসকলৰ লগত কথা পাতি পাতি বহি আছে। ডেভিদো আহিছে। সি বাখৰক দেখিয়েই বহাৰ পৰা উঠি সাৰট মাৰি ধৰিলে। নৰকান্ত বৰুৱাৰ 'হব খোজা জোৱাঁয়েক'ৰ লগত পৰিচয় কৰাই দিলে। গিৰীন আৰু বদৰুদ্দিনো আহিছে; সিহঁতে এখন চোফাত বহি অবিৰাম চিগাৰেট হুপি আছে। মানুহ মৰা চিপাহী, ভেটী দি বিল পাছ কৰোৱা ঠিকাদাৰ, কেলেঙ্কাৰী কৰা ডেকা লৰা, ভেমত গঙ্গাটোপ ন-ধনী—এইবোৰৰ মাজত সোমাই বাখৰে হাঁহি পেলালে। ইমান বেলেগ বেলেগ প্ৰকৃতিৰ মানুহ একেলগে, বহি হাঁহি-মাতি থাকিব পাৰে, আচৰিত, এৰা মানুহ সামাজিক জন্তুৱেই, জন্তুও— সামাজিকো।

পৰিপাটিকৈ কাপোৰ পিন্ধি গিৰিয়ে সকলোকে মাতি মাতি

বহুৱাইছে। তাইৰ ভৰিত জোতা ছেণ্ডেল একো নাই; ব্লাউজৰ কাপোৰটো জয়ন্তই বৰ কষ্ট কৰি বিলাতৰ পৰা আনি দিছে; ৰেণুৰ ফ্ৰকটোও বিলাতৰ পৰা অনা কাপোৰৰ। গিৰিৰ বিলাতী ভয়েলৰ চাদৰখন ব্লেক মাৰ্কেটত গজে দহ টকা দি কিনা।

চাহ খাবলৈ বহি অনুপমাৰ মনত পৰিল কাঁটা চামুচ ধৰাৰ শিক্ষালৈ। তাইৰ বুকুখন চিৰিংকৈ উঠিল। নৱকান্ত বৰুৱাৰ ঘৰৰ বিলাসৰ সামগ্ৰীবোৰে তাইৰ মাজৰ অশান্ত মানুহজনীক বৰ বেয়াকৈ আলোড়িত কৰি তুলিলে। তাইৰ গাত আছিল আশী নম্বৰী পকোৱা মিহি সূতাৰ ঘৰত্ত বোৱা চাদৰ। গিৰি আৰু আৰু ৰেণুৰ গাত খাচ বিলাতৰ পৰা অনা কাপোৰৰ চোলা দেখি তাই অসংযত ভাবে কোঁচ খাই যায়। তাই জোৰ কৰিও হাঁহিব নোৱাৰে।

হাতৰ পৰা পিচলি গিৰিৰ চাহৰ কাপটো প্লেটখনৰ ওপৰত পৰি যায়। তাইৰ ব্লেক মাৰ্কেটৰ দহটকীয়া গজৰ বিলাতী ভয়েলৰ চাদৰখনত চাহ পৰে। তাই বহাৰ পৰা উঠি 'ইচ্, ইচ্' কৈ নাকটো কোচাই পেলাই ভিতৰলৈ যায় আৰু পাঁচ মিনিটৰ ভিতৰতে অবিকল তেনেকুৱা চাদৰ এখন গাত লৈ ঘূৰি আহে। চাহৰ টেবুলত বহি তাই চাদৰখন ঠিককৈ লবলৈ যত্ন কৰে। তাই অনুপমাৰ ঘৰত বোৱা চেলেংখনৰ ফালে এনেয়ে এবাৰ চায়। কয়, "চাহৰ ডাগটো কিজানি নুগুচিব।" অনুপমাৰ খং উঠে। কিয় তাইৰ ফালে চাব?

ৰেণুৱে সোধে, "নবউৰ চাদৰখন ঘৰত বোৱা নহয়?" অনুপমাৰ গাটো কিচকিচাই যায়। মুখত স্পষ্ট বিৰক্তিৰ চিন ফুটি উঠে। গিৰিয়ে বোধহয় অনুমান কৰিব পাৰে। তাই হাঁহি কয়, "এৰা, নিজে বৈ কাপোৰ পিন্ধাটোত গৌৰৱ আছে। লাজ লাগে—তাঁত বব নেজানিলো, থুপৰী হৈ থাকিলো।"

অনুপমাৰ ভাব হ'ল যেন গিৰিৰ কথাবোৰ তাইৰ প্ৰতি কৰা ইতিকিং হে, আন একো নহয়। তাই মৰি যোৱা যেন লাজ পায়,

কেতিয়া ঘৰলৈ আহিব পাৰিব তালৈহে তাই অপেক্ষা কৰে। তাই মৰিবলৈ কিয় আহিছিল ?

চাহ-জলপান খোৱাৰ পিচত, উপহাৰ দি আৰু ধন্যবাদ লৈ শেষ হোৱাৰ পিচত, জাক আলহীৰ সমুখত অৰ্গেনত বহি গিৰিয়ে গান এটা গায়। মাজুত বহি থকা জয়ন্তলৈ চাই তাই লাজকুৰীয়া ভাবে হাঁহে, জয়ন্তই মূৰ দুপিয়ায়, ৰেণুৱে নাচে। আৰু মনৰ অশান্তি লৈ অনুপমা বহি থাকে। গিৰিৰ জন্মদিনৰ এই উৎসৱ যেন তাইক অৱমাননা কৰিবলৈকে, তাইক হেয় প্ৰতিপন্ন কৰিবলৈকে পতা হৈছে। উৎকৃষ্ট কাৰ্পেটৰ ওপৰত পৰা চোফা, চকী, মেজ বেৰত বিয়াগোম তৈলচিত্ৰ, দুৱাৰ হেন খিৰিকিত পাতল পৰ্দ্দা, টিপয়বোৰত আজি ছিঙা জীয়া ফুল। সকলোৱে যেন তাইক বিদ্ৰূপ কৰিছে। বাখৰে তাইৰ ফালে খং ভাৱত চায়। তাৰ যেন ভাৱ, সমাজত মানুহ ভদ্ৰ হব লাগে, সংযত হবলৈ জানিব লাগে। আবেগত অভিভূত হব নেলাগে। তাই মূৰ দাঙি একান্ত মনে ৰেণুৰ নাচ চাবলৈ যত্ন কৰে।

কিন্তু স্বাস্থ্যহীন শ্ৰমৰ-দ-ছাপ পৰা বাখৰৰ কঠোৰ আদৰ্শবাদী চেহেৰাটো মলিন হৈ যায়।

৪

বাটত তাই এবাৰো বাখৰৰ লগত কথা নেপাতিলে। ৰাতি শইকীয়াৰ টোপনি অহাৰ পিচত তাই শুবলৈ দুৱাৰ মাৰি দুৱাৰত আউজি ৰুদ্ধ বেদনাক উন্মুক্ত কৰি দিলে। তাই কান্দি পেলালে।

অশান্ত বাখৰ ওচৰ চাপি গ'ল, “কুকি।”

“মোক থৈ আহক গৈ না, বহুত দিন ঘৰলৈ যোৱা নাই, ঘৰকৈ যাবলৈ মন গৈছে।”

সি অবাক হৈ গ'ল। ঘৰলৈ যাবলৈ হ'লে কান্দিব লাগেনে ? বিয়াৰ পিচৰ পৰাই ঘৰলৈ নোযোৱাটো অৱশ্যে অন্যায় হৈছে।

কিন্তু তাইকতো সি কোনোদিনেই বন্দী কৰি থোৱা নাই । চাৰি বেৰৰ মাজত ৰখা দূৰৰ কথা মনেৰেও বন্ধা নাই। অনুপমাক মনৰ স্বাধীনতা সি দিয়েই আহিছে। ভালদৰে কোৱা হলে জানো সি বাধা দিলেহেঁতেন ? কিয় তাই ইমান উত্তেজিত হৈ পৰিছে ? কিয় ?

সি ক'লে, "কুকি, ঘৰলৈ যাবলৈ মন গলে তুমি কন্দাৰ কাৰণ মই একো বুজা নাই। মোৰ নিশ্চয় অন্যায় হৈছে, তোমাক বিয়াৰ পৰা ঘৰলৈ এবাৰো যাবলৈ নোকোৱাত। কিন্তু তুমি কিয় ভাবিছা যে ঘৰলৈ যাবলৈ হ'লে মই তোমাক বাধা দিম ?" তাই আঁচলটো চকুলৈ নিয়ে।

সি কয়, "তুমি আজি গিৰিহঁতৰ ঘৰলৈ গৈ বৰ মন মাৰি আহিছা। মই লক্ষ্য কৰিছিলো তুমি ভাত বৰ উত্তেজিত হৈ বহি আছিলা।"

তাই কয়, "মই তাত অপমান পাই আহিছো। আজিয়ে অকল নহয়, আৰু এদিন। ৰেণুহঁতে মোক হীন জ্ঞান কৰে। সিহঁতৰ ভেমে মোক দেই পুৰি মাৰিছে। সিহঁতৰ টকা আছে, গৰ্ব্বও আছে। মোৰ নাই, কিন্তু মোক কিয় হেয় কৰিব ? সিহঁতৰ বিলাতৰ অনা কাপোৰ মোৰ ঘৰত বোৱা কাপোৰৰ লগত ৰিজাই মোক হীন জ্ঞান কৰিছে । আপুনি মোক জুই একুৰাৰ মাজলৈ লৈ গৈছিল ।"

বাখৰ নিৰৱে আঁতৰি যায়। তাই উচুপে। ভালেমান পৰৰ মূৰত সি অনুপমাক দুহাতেৰে ধৰি আৰামী চকী এখনত বহুৱাই দি কয়, "বহা কুকি। শান্ত হোৱা। মোৰ মুখলৈ চাই শান্ত হোৱা।"

সি গৈ আন্ধাৰ পটি কোখনত অকলে বহেগৈ। নিলগৰ পৰা ডাঙৰ তৰা এটালৈ উদাস দৃষ্টিৰে সি চাই থাকে। তাৰ চকুয়েদি পানী ওলাই আহে। গ'ল, কুকিও গ'ল। চেনেহৰ চেঁচনি ঢলা বতাহ জাকিও কেনিবা হেৰাই গ'ল।

কিমানপৰ সেইদৰে বহি আছিল সি কব নোৱাৰে ; ভেজাদি থোৱা দুৱাৰখন মেলাৰ শব্দতহে উভতি চালে। অনুপমা।

তাই তৰা আৰু জোনাকীৰ ক্ষীণ পোহৰত ক্ষন্তেক বাখৰৰ ফালে চাই থাকে। পিচত লাহে লাহে আহি তাৰ সন্মুখত আঠু কাঢ়ি বহি তাৰ কোলাত মূৰ গুজি হুক-হুকাই কান্দিবলৈ ধৰে। কান্দোনৰ আতিশয্যত তাই কিবা কব খুজিও একো কব নোৱাৰিলে।

বাখৰে তাইৰ মূৰত হাত বুলাবলৈ ধৰে। উঠা-নমা কৰা পিঠিখনত হাত এখন থয়।

"কুকি, ছিঃ নেপায়।"

তাই তাৰ বাওঁ ভৰিটো সাৱটি ধৰি সেঁ গালখন তাৰ আঠুত লগায়।

# ষোল

১

অনুপমাক ঘৰত থৈ বাখৰ আৰু ভীম খেৰজানলৈ উভতি আহিল। দুয়ো ৰিক্তহস্ত। শইকীয়াই কলে, "কেইমাহমান মাকৰ ঘৰতে থাকক।" তেখেতো অকলশৰীয়া হৈ পৰিল। ডাঙৰ ঘৰটোত তিনিও আকৌ আগৰ দৰে থাকিবলৈ ধৰিলে। কিন্তু ভীমে আৰু ভাত নেৰান্ধে, ৰান্ধনিটো আছে। সিয়েই সিহঁতক সোঁৱৰাই দিয়ে সিহঁতে আগৰ দৰে থকা নাই, মাজৰ গিৰীন, গৌৰা আৰু অনুপমাই সিহঁতক বেজাৰ দি গ'ল।

ভীমে লাইন পহৰা দিবলৈ আৰু নেযায়। ৰক্ষা কৰিব লগীয়া কোনো মানুহ আৰু লাইনত নাই। সকলোৱে চিপাহীৰ কাম কৰে, সকলো নিৰ্ভীক। কীৰ্তন ঘৰত চাকি নজ্বলে। ভগৱান শ্ৰীকৃষ্ণক সিহঁতে পাহৰি পেলালে। এতিয়া লক্ষ্মীৰ ৰাজত্ব, নাৰায়ণ পলাল। সিপাৰৰ হেঁপাহ এতিয়া নাই, ইপাৰৰ আনন্দত সিহঁত মতলীয়া। সৰগলৈ সিহঁত যাব আৰু নোখোজে, মৰতলৈতে কাৰেং সাজিব খোজে।

সকলোকে হেৰুৱায়ো বাখৰে অনুভৱ কৰে, তাৰ ভুল হোৱা নাই। নহলে ভীম আৰু নিজামৰ মৰম কেতিয়াও নেপালেহেঁতেন। জীৱন দাদালৈ তাৰ মনত পৰে। জীৱন দাদাও জয়ন্তৰ দৰে মিলিটাৰী অফিচাৰ হৈ আফ্ৰিকা, ইউৰোপ ঘূৰিব পাৰিলেহেঁতেন, কিন্তু তেওঁ অসমৰ পৰ্ব্বতে-কন্দৰে সোমাই ফুৰিছে, বঙ্গৰ জোক-জেলুক ভৰা পথাৰে পথাৰে ঘূৰি ফুৰিছে, ৰাজপুতনাৰ শুকান মৰুভূমিৰ ওপৰত জয়যাত্ৰা কৰিছে। এই চাৰিটা মানুহৰ একেলগে ভুল হয় যদি হওক, একেলগে তেওঁ ফলভোগ কৰিব পাৰিব। আৰু যদিহে ফুল পায়, আন সকলোকে সিহঁতে তাৰ ভাগ দিব পাৰিব।

২

অনুপমাই আহিবৰ সময়ত তাক চিঠি লিখিবলৈ নকলে। সিহে উপযাচি কলে, "মই গৈয়েই চিঠি লিখিমগৈ কুকি। তুমি নিয়ম মতে খবৰ দি থাকিবা। আৰু যেন ঠিক সময়ত মোলৈ খবৰ যায়, মই ওচৰত থাকিম।"

দুখ কৰি নেথাকিবলৈ উৎসাহ দি সি চিঠি লিখে। কিন্তু তাৰ চিঠি গতানুগতিক হৈ পৰে, উছাহ উজাৰি নোলায়। তাইৰ চিঠিও নিষ্প্ৰাণ, ভাল-বেয়াৰ খবৰ, প্ৰিয়তম নিলিখে, লিখে শ্ৰীচৰণেষু।

বাখৰে ভাবে কি উপায়েৰে টকা অৰ্জা যায়। সম্ভৱ টকীয়া স্কুলমাষ্টৰীৰে আদৰ্শবাদী পুৰুষ হৈ থাকিলে নিশ্চয় নচলে। শহুৰৰ কীয়াৰ ছত্ৰছায়াত থকাৰ কাপুৰুষালি তাৰ নাই। অনুপমাক প্ৰায় হেৰুৱালে। অৱশ্যে তাইক ঘূৰাই আনিব লাগিব। কিন্তু কেনেকৈ?

নৱকান্ত বৰুৱাই উপদেশ দিয়ে। "বাখৰ, কিবা এটা কৰা, এনেকৈ থাকিল নচলিব, তুমি স্বীকাৰ কৰিবই লাগিব। যুদ্ধৰ ঠিকা কৰাৰ দিন প্ৰায় শেষ হৈ আহিছে যদিও এতিয়াও সময় আছে। গিৰীনক দেখিছাই—কেনেকৈ উন্নতি কৰিছে। লাগিলে মই সহায় কৰিম। পাৰ্ছিভাৰেন্স লাগে, অধ্যৱসায়, গিৰীন আৰু বদৰুদ্দিন তাৰ প্ৰমাণ, ময়ো প্ৰমাণ। মই কবলৈ লাজ নকৰোঁ, এসময়ত মই সামান্য চাউল-দালিৰ দোকান দিছিলোঁ।"

কিন্তু বাখৰে শুনিছিল, তেখেতে কান্ধত চাউলৰ ভাৰ কঢ়িয়াই বাগিচাই বাগিচাই বেচি ফুৰিছিল। নৱকান্ত বৰুৱাই সেইবোৰ কবলৈ লাজ কৰে।

কিবা দোকান এখন পতাৰ কথা সি ভাবে। কিন্তু তালৈ লাগে মূলধন। তদুপৰি দোকান পতা মানে চিপাহীক বস্তু যোগোৱা। নাই, নোৱাৰে সি সেইবোৰ কৰিব। কিন্তু মূলধন নোহোৱা ব্যৱসায় কি আছে?

কিতাপ লিখাৰ কথা যি ভাবে। স্কুল-কলেজত সি প্ৰবন্ধ-পাতি লিখি ছপাইছিল। কিন্তু উপন্যাস লিখাৰ শক্তি তাৰ নাই। গধুৰ কিতাপ লিখাৰ সামৰ্থ্যও তাৰ নাই।

অনুবাদ? এৰা অনুবাদ কৰিব পৰা যায়। কিন্তু সাধাৰণ মানুহে কিনি তাক ছপইচা দিব পৰা হ'ব লাগিব, তেনে বিদেশী কিতাপহে সি অনুবাদ কৰিব। ডিটেকটিভ উপন্যাসৰ কথা দ-কৈ ভাবি চায়। ডেভিদৰ পৰা সি এজাপ ডিটেক্‌টিভ নভেল খুজি আনে। এদিন ডিব্ৰুগড়লৈ গৈ কেইখনমান কথা-সাহিত্য সম্বন্ধে আলোচনা কৰা কিতাপ বিচাৰি আনে। পোন্ধৰ দিনৰ মূৰত শ্বাৰ্লক হোমছ আৰু আগাথা ক্ৰিষ্টিৰ দুখন কিতাপ বাচি লয়। আগাথা ক্ৰিষ্টিৰ 'ইজি টু কিল'খন তাৰ ভাল লাগে। কিন্তু আৰ্থাৰ কোনান ডয়েল সকলোৰে পৰিচিত। সেইবাবে শ্বাৰ্লক হোমছৰে কুৰিপাতমান ভাঙনি কৰি সি ডিব্ৰুগড়ৰ প্ৰকাশক এজনৰ ওচৰলৈ গ'ল। বাখৰৰ কিবা সম্বন্ধ লাগে, গুৱাহাটীত ডাঙৰ কিতাপৰ দোকান আছে। কিন্তু তেখেতে ডিব্ৰুগড়ৰ পৰাই কিছুমান কিতাপ প্ৰকাশ কৰিছে। বাখৰক প্ৰকাশকে উৎসাহ দিলে। বাখৰে কলে, "আপুনি মূল প্ৰকাশকৰ পৰা অনুমতি আনক ইজি টু কিল'খনৰ বাবে। ইতিমধ্যে মই অনুবাদ কৰি শেষ কৰিম, টকা পইচাৰ কথা পিচত আলোচনা কৰিম।" প্ৰকাশকে গাত লয়।

৩

আনন্দ মনেৰে বাখৰে অনুবাদ কৰাত লাগি যায়। স্কুলৰ পৰা আহি সি লিখাতে লাগি থাকে। ইমান গভীৰ ভাবে যি লিখাত মনোযোগ দিছিল যে তাৰ মনৰ দুখ-কষ্টৰ কথাও সি পাহৰি গৈছিল। নিৰব সাধনাত তাৰ অন্তৰ শুদ্ধ হৈ যোৱা যেন লাগিল, মনলৈ শান্তি ঘূৰি আহিল। অনুপমাক ওচৰলৈ আনিবলৈ তাৰ

অন্তৰ ব্যাকুল হৈ উঠিল। সি টকা ঘটিব, মূলধন নোহোৱা, মন অপৱিত্ৰ নকৰা ব্যৱসায় কৰিব। কুকিক সুখী কৰিব, কুকিয়ে তাক আকৌ ভাল পাব। সি সুখী হব।

সি কুকিলৈ লিখিলে, "পৃথিৱীত চকুত লগাকৈ একো কৰিব নোৱাৰিলো। কিন্তু তোমাক সুখী কৰিবলৈ মই দৃঢ় সঙ্কল্প কৰিছো। তোমাক মই এৰিব নোৱাৰো। তোমাৰ অশান্তিৰ কাৰণ মই বুজিছো। মোৰ দুৰ্ব্বল (?) পঙ্গু (?) আদৰ্শৰেই মই গৈ থাকিম। কিন্তু উপাৰ্জ্জনৰ পথলৈ ওলাই আহিছো। মই মই হৈ থাকিয়েই উপাৰ্জ্জন কৰিম।"

তাইৰ উত্তৰ আহে, "মোৰ অশান্তিৰ কাৰণ যদি বুজিছে তেন্তে আপুনি সুখী হব নোৱাৰিব। কব নোৱাৰো কিয় এনে হলো। মই আশা ৰাখিব পৰা নাই। মোৰ সুপ্ত চেতনাৰ মানুহজনীক আগতে দেখা হলে আপোনাক কেতিয়াও আমনি নকৰিলোহেঁতেন। এতিয়া ফিৰিবৰ উপায় নাই। অন্যায় মই কৰিব নোৱাৰো। চিৰদিনৰ কাৰণে আপোনাক অন্তৰত ৰখাই মোৰ ডাঙৰ ন্যায়। কিন্তু খেৰজানত, কিয় কব নোৱাৰো, মোৰ অশান্তি বাঢ়ে।"

নিৰুৎসাহ নহবলৈ সি প্ৰতিজ্ঞা কৰি এনেহতে অনুবাদ শেষ কৰি প্ৰকাশকৰ হাতত দিয়ে আৰু আগাথা ক্ৰিষ্টিৰ 'ইজি টু কিল'খন অনুবাদ কৰিবলৈ এনে উছাহতে লাগি যায়। প্ৰকাশকে চিঠি লিখে, কিতাপ প্ৰেছলৈ পঠোৱা হল আৰু ছপা শেষ হলেই প্ৰথম ছপাৰ কাৰণে তাক পাঁচশ টকা দিব।

৪

'ইজি টু কিল'ৰ আধা-আধি অনুবাদ হওঁতেই এদিন টেলিগ্ৰাম পালে, "কুকিৰ কন্যা সন্তান হৈছে। সোনকালে আঁহা।" কাকত-পত্ৰ সামৰি সি যোৰহাটলৈ বুলি গাড়ীত উঠেগৈ। কুকিয়ে নিশ্চয় তাক ওচৰত বিচাৰিছে। তাৰ কন্যা সন্তান হৈছে। সি যিহকে ইচ্ছা কৰাছিল তাকে পাইছে। অনুপমাই অন্যায় কৰা নাই।

তৰাজানত অনুপমাহঁতৰ ডাঙৰ ধুনীয়া ঘৰটোৰ সমুখত তুখন মটৰ বৈ আছিল, এখন ডাক্তৰৰ আৰু আনখন অনুপমাহঁতৰ। নাৰ্চ আৰু তিৰুতা মানুহৰ প্ৰতাপত সি অনুপমাৰ ওচৰলৈ গধূলিলৈকে যাবলৈ অনুমতি নেপায়। মাইকী মানুহবোৰে কন্যা সন্তান হোৱাত তিমান সুখী হব পৰা নাই, কিন্তু তাৰ শহুৰেকে হ'লে বৰ আনন্দ পাইছে।

আন্ধাৰ হোৱাৰ পিচত অনুপমাই তাক মাতি পঠায়। কেচুৱাক দোলা বিছনা এখনত শুৱাই থৈছে, অবিকল কুকিৰ দৰে দেখি, মুখখন বাখৰৰ গঢ়ৰ হৈছে। সি বৰ তৃপ্তিৰে জীয়েকৰ ফালে চায়। উৎসুক অনুপমাৰ ওচৰত বহা মাত্ৰকে তাই থাপ মাৰি তাৰ হাত এখন ধৰি কন্দনামুৱা হৈ কয়, "ক'ত আছিল ইমান পৰে? মোৰ ইমান কষ্ট গ'ল, আপুনি ওচৰত নাই। আহিছে, বাহিৰত বহি আছে।"

তাৰ হিয়া নাচি উঠে। "কুকি, ইমানবোৰ তিৰোতা মানুহ আহি আছে যে মই তোমাৰ ওচৰলৈ আহিবই পৰা নাই, খং নকৰিবা।"

তাই বিছনাত বহি আউজি আছিল, গাল-মুখত স্পষ্ট ক্লান্তিৰ চিন, চুলি কোচা মেলা। সি তাইৰ মূৰে-গালে হাত ফুৰাই মৰম কৰে আৰু নানান কথা সোধে। সি তাইক বুকুৰ মাজলৈ টানি লয়। তাইৰ মুখখন তাৰ বুকুত গুজি কয়, "মই এতিয়াও আপোনাৰ প্ৰতি অন্যায় কৰা নাই। আপোনাক ছোৱালী দিম বুলিছিলো, ঈশ্বৰে মোক সহায় কৰিছে। আপুনি সুখী হবই লাগিব।"

তাই তাক বহুত পৰলৈকে ওচৰত বহুৱাই থয়। সিহঁতৰ ওচৰলৈ কোনো নাহে।

পিচদিনা ৰাতিপুৱা প্ৰসূতি বহুত সুস্থ হৈ উঠে, বাখৰৰ প্ৰভাৱত —সকলোৱে আচৰিত মানে, তাৰ গৰ্ব্বও হয় লাজো লাগে। তাই

গা ধুই মূৰ আচুৰি ওলোৱা-সোমোৱা কৰে, শেঁতা পৰা গাল দুখনলৈ ৰঙচুৱা বোল এটা আহে।

তাৰ উপাৰ্জ্জনৰ কথা সি তাইৰ আগত কয়, তাই ভাল পাব নোৱাৰে। কিতাপ লিখি কোনো মানুহ সুখী হব নোৱাৰে। ধনী গ্ৰন্থকাৰ পৃথিৱীত খুব কমেই আছে। তাইৰ আগ্ৰহ যে মুঠেই নহল সি অনুভৱ কৰিব পাৰে।

অনুপমাহঁতৰ প্ৰকাণ্ড ঘৰ, ধুনীয়া মটৰখন, বিলাসৰ সামগ্ৰীবোৰ —সকলো বাখৰে নিৰীক্ষণ কৰে। শহুৰেকে মাৰোৱাৰী মহাজনৰ লগ লাগি কাপোৰৰ কল এটা কলিকতাত কিনিব খুজিছে। অনুপমাক ঘুৰাই নিয়া সহজ নহব, আৰু ইয়াত বেছি দিন থাকিলে নিজৰ ওপৰতো তাৰ বিশ্বাস হেৰাই যাব। ইয়াত কাকো সি মনৰ কথা খুলি ক'ব নোৱাৰে, শহুৰেকে দিয়া উপদেশ, মনেৰে নেমানিলেও, না কৰিব নোৱাৰিব।

সি উভতি আহে। আহিবৰ সময়ত অনুপমাক কৈ আহে, "যাওঁ কুকি, তুমি খেনজানলৈ যাব নেলাগে। ইয়াতে ভাল পাইছা থাকা, সি মন যায় তাকে কৰিবা। যিদিনা মন যাব সেইদিনা খবৰ দিবা মই লৈ যামহি। আৰু কেচুৱাকণৰ ওপৰত মোৰ অধিকাৰ আছে। তাইক অনাদৰ নকৰিবা, সকলো খৰচ মই পঠিয়াই দিম।"

তাই কৈছিল, "বিয়া দিয়া জীয়েক মাক-বাপেকৰ ঘৰত থাকেহিয়েই। আপুনি খৰচ পঠাই আমাক লাজ দিব নেলাগে।"

৫

সি আহি আকৌ অনুবাদত লাগি হায়। শ্বাৰ্লক হোমছ প্ৰকাশ হৈ ওলায়। তাক প্ৰকাশকে পাঁচ শ টকা দি পঠায়। সি অনুপমালৈ লিখে, "মোৰ যাত্ৰাত বিশিষ্ট মাইলৰ খুটি এটা পাইছোঁপে।

মই পিচ হুহকা নেমাৰো, চৰৈৱতি চৰৈৱতি মোৰ মূলমন্ত্ৰ। তোমালোকৰ বাবে টকা পঠাব খোজাত মই অপমান কৰিব খোজা নাছিলো। মোৰ স্ত্ৰী-কন্যাক খুৱাব পিন্ধাব পৰা সামৰ্থ্য যে মোৰ আছে তাকেহে প্ৰমাণ কৰিব খুজিছিলোঁ।"

উত্তৰ আহে, "আপোনাৰ সামৰ্থ্য নাই বুলি মই কাহানিও সন্দেহ কৰা নাই। কিতাপ অনুবাদ কৰি যে অসমত তথা ভাৰতত স্ত্ৰী-কন্যাক খুৱাব পিন্ধাব নোৱাৰে সেইটো আপুনি অস্বীকাৰ কৰিব নোৱাৰে। মই দিনে দিনে নিৰাশ হৈ গৈছো। খেৰজানলৈ আৰু উভতি যাব পাৰিম নে নোৱাৰিম কব পৰা নাই। বোধহয় নোৱাৰিম। আপোনাৰ সন্তান নিনি বাঢ়ি আহিছে। তাইৰ প্ৰতি অনাদৰ মুঠেই হোৱা নাই। মই অন্যায় নকৰোঁ।"

# সোতৰ

## ১

ভীমক দেখা কৰিবলৈ আহি এদিন দুৰ্য্যোধনে বাখৰক কলে, "বাখৰ বাবু বৰ লেতেৰা কথা হ'ল। গৌৰীজনী লাইনৰ পৰা গুচি গ'ল।"

বাখৰে টান ইংৰাজী বাক্য এটাৰ খাপখোৱা অসমীয়া ভাঙনি এটা চিন্তা কৰি আছিল। দুৰ্য্যোধনৰ কথা শুনি আচৰিত হৈ ক'লে, "কিয়, কলৈ গ'ল?"

"এ নকবি আৰু," সি টেবুলৰ পৰা কিতাপ এটা তুলি লৈ ক'লে, "তাই ডুমডুমাত সেই মোমায়েক নে কি এটা আছে তাৰ ঘৰৰ পৰা কাম কৰিব হেনো। কলীয়াপানীত সেই হাবিৰ পিনে ঘৰ। মাক-বাপেকে ইমান কলে, তাই নুশুনিলে। কালি ৰাতিপুৱা কামলৈ যাওঁতে কাপোৰ-কানি লৈ গ'ল।"

বাখৰে কিতাপ-কাগজ সামৰি থলে। চিগাৰেট এটা জ্বলাই ফাউনটেন পেনডাল মাৰি থলে।

গিৰীন কলীয়াপানীত থাকে।

দুৰ্য্যোধনে সুধিলে, "আচ্ছা, গিৰীন বাবু জানো তাতে নেথাকে, কলীয়াপানীত?"

"থাকে।"

"ফিল বাবুৰে কাম কিজানি এইবোৰ বাবু। ছিঃ বৰ লেতেৰা মানুহ।"

বাখৰে সুধিলে, "তোৰ বেয়া লাগিছে নেকি?"

"এইচব বেয়া কথা বাবু। মান-ইজ্জৎতো আছে। আমি মা-বহীনৰ কাৰণে লাইন পহৰা দিওঁ, আৰু ইহঁতে কৰিছে এইবোৰ।" বীৰ দুৰ্য্যোধনৰ ক্ষোভ হয়। সি কিতাপখন মেলি এনেয়ে নিচিনা

আখৰবোৰ চাই যায়। তাৰ হালধীয়া চকু দুটাৰ চুকবোৰ বিৰক্তিত কোঁচ খাই যায়। বাখৰে তাক নিৰীক্ষণ কৰে।

"ভীমক কথাটো কৈছ নেকি?" বাখৰে সুধিলে।

"সি বৰ দুখ পাইছে। গৌৰীক সি বৰ বেছি প্ৰেম দিছিল। তাক নকৰি, সি আৰু দুখ পাব।"

দুৱাৰত শব্দ হয়। ভীম সোমাই আহে। সি কাৰো ফালে নোচোৱাকৈ টেবুলৰ ওচৰলৈ আহে, আৰু পুৰণি নিব এসোপাৰ ভিতৰৰ পৰা ভাল চাই নিব এটা বিচাৰিবলৈ ধৰে। তাৰ চকু দুটা ৰঙা, তাত হিংস্ৰ পশুৰ খং। সি বাহিৰৰ পৰা সকলো শুনি আছিল। বাখৰ আৰু দুৰ্য্যোধনে তাৰ ফালে ভয়ে ভয়ে চায়; সি নিব দুটা হাতত লৈ আকৌ বাহিৰলৈ ওলাই যায়, আৰু একেবাৰে নিজৰ ঘৰত সোমায়গৈ।

বাখৰে ক'লে, "সি বাহিৰৰ পৰা সকলো শুনিলে।"

দুৰ্য্যোধনে কিতাপটো লাহেকৈ টেবুলত থৈ বাখৰৰ ফালে চায়। তাৰ চকুৰ বিৰক্তি করুণালৈ পৰিণত হয়। বন্ধুৰ প্ৰতি সহানুভূতিত তাৰ চকু দুটা সেমেকি আহে।

দুৰ্য্যোধন যায়গৈ।

বাখৰে চিঞৰে, "ভীম, একাপ চাহ দিবলৈ কচোন।"

২

বান্ধনিটো কেনিবা ওলাই গৈছিল। ভীমে জুই ধৰি চাহ একাপ কৰি আনি দিয়েহি। বাখৰে সোধে, "কালিৰ কথাখিনি লিখিলিনে নাই?"

"লিখিলোঁ"—তাৰ মাতটো গম্ভীৰ।

"নবউৰলৈ চিঠি লিখিবলৈ কৈছিলোঁ, লিখিলিনে?"

"লিখিলোঁ।"

"আৰু যুদ্ধৰ ৰচনা খন ?"

"লিখিলোঁ।"

"চাওঁ লৈ আহ।"

ভীমে তাৰ ঘৰৰ পৰা বহী এখন আনি সি লিখা যুদ্ধৰ ৰচনা খন মেলি দিয়েহি। বাখৰে পঢ়েঃ "যুদ্ধ বেয়া বস্তু, কাৰণ যুদ্ধই মানুহক বেয়া কৰে। যুদ্ধই মানুহৰ মন ভাঙে। যুদ্ধই মানুহৰ সংসাৰ ভাঙে। যুদ্ধৰ কামলৈ যি মানুহ যায় সেই মানুহ লোভত পৰে। তেতিয়া যি নষ্ট হয়। মানুহ পশু হোৱাতকৈ মৰি যোৱাই ভাল।"

বাখৰে মন্তব্য কৰে, "ভাল হৈছে। তই অতি অলপ দিনৰ ভিতৰতে বহুত শিকি পেলাইছে। চেষ্টা চলাই থাক, সাধনাই আচল বস্তু। সাধনাই জীৱন।"

সি বহীখন হাত পাতি লয়। বাখৰে বক্তৃতা দি যায়, "যুদ্ধৰ আগতে মানুহে টকা কম পাইছিল। কিন্তু সুখত আছিল, কাৰণ বেছি নিবিচাৰিছিল। এতিয়া টকা বহুত; বহুত হলেও মানুহক এতিয়া নোজোৰা হৈছে। টকাই কেতিয়াও নোজোৰে। মাহে একুৰি পালেও নোজোৰে, এক হেজাৰ পালেও নোজোৰে। কিন্তু একুৰিত দৰকাৰী বস্তু খিনিৰে মানুহে সুখত থাকে। এক হেজাৰ পালে বহুত ভাল বস্তু লাগে, মটৰ চলাব লাগে, বহুত চাকৰ-বাকৰ লাগে, বঙলা ঘৰ লাগে, বহুত কিবা-কিবি লাগে। সেই কাৰণেই আমাৰ দেশৰ সাধু-সন্ন্যাসীসকলে মাটিৰ দুনিয়াৰ বস্তুবোৰত মোহ নকৰিবলৈ কৈছিল। কিন্তু মানুহে সেইবোৰ শিক্ষা পাহৰি গৈছে, সেই বাবেই মানুহৰ মনত শান্তি নোহোৱা হৈছে। আমি যদি মোহ নকৰাকৈ থাকো তেন্তে বহুত দুখী মানুহতকৈ আনন্দত থাকিব পাৰিম।"

নিৰৱে বক্তৃতা শুনি সি নিৰৱে ওলাই যায়।

বাখৰে দেখিলে কাম একো নহ'ল। ভীমৰ মনত সেইবোৰ কথা নোসোমাল। সি লিখিবলৈ এৰি ফুৰিবলৈ ওলাই গ'ল। তাৰ

অনুভৱ হ'ল, ভীম বৰ ভাৱপ্ৰৱন আৰু এই বাবেই সি তাৰ ওপৰত বিশ্বাস ৰাখি আছে। সি জানে, দুৰ্য্যোধনে তাক বহুত দিন ধৰি ফিল্ডত কাম কৰিবলৈ লগ ধৰি আছিল, কিন্তু কৃতকাৰ্য্য নহ'ল।

৩

কেইদিন মানৰ পিচত বাখৰে দেখিলে, ভীমে আঁঠ ইঞ্চি মান দীঘল খুকুৰী এখন ধৰাইছে, শিলৰ ওপৰত ঘহেঁাতে ঘহেঁাতে খুকুৰীখন চিকচিকীয়া হৈ উঠিছে। সি অলপ আচৰিত হয়। খুকুৰীখন কলঘৰত তৈয়াৰ কৰা, মটৰৰ স্প্ৰিঙৰ পৰা কোনোবা মিস্ত্ৰি এটাই কৰি দিছে।

গিৰীন আহে। শইকীয়াৰ লগত টকা-পইচাৰ বিষয়ে কথা পাতে। নিজৰ ঘৰৰ দুৱাৰ মুখত থিয় হৈ ভীমে হিংস্ৰ দৃষ্টিৰে গিৰীনৰ ফালে চায়। শইকীয়াই টকা থবলৈ ভিতৰলৈ যাওঁতে সি ভিতৰ সোমাই যায়। বাখৰে বাহিৰলৈ আহি গ'ল-হেকাৰি মাৰি গিৰীনৰ লগত আনিচ্ছা সত্ত্বেও কথা পাতে। ভীম ওলাই নাহে। হয়তো ভিতৰতে খুকুৰীখন লাৰি-চাৰি থাকে। যাবৰ সময়ত ভয়ে ভয়ে গিৰীনে উভতি উভতি চাই যায়। নতুন লেছন দিবলৈ মাতি আনি বাখৰে বক্তৃতা জাৰে, "মানুহক সংযম লাগে, ধৈৰ্য্য লাগে। পৃথিৱীত বেয়াৰ ভাগেই সৰহ; শত্ৰু বেছি, বন্ধু কম। গতিকে শত্ৰু নাশ কৰিব লাগিলে শৰীৰত বেছি শক্তি গোট খুৱাব লাগিব, নভবা নিচিন্তাকৈ কাম কৰি পেলালে বিপদ হব পাৰে। বেয়া পৃথিৱীখন ভাঙ্গ কৰি লব লাগিব, তাক পুৰি ছাই কৰি দিলে নহব। কাৰণ ইয়াতে আমি থাকিব লাগিব। ঘৰটো লেতেৰা হলে ধুই মুচি লব লাগিব, ভাঙি জ্বলাই দিলে নহব।"

শইকীয়ায়ো শেষত আৱিষ্কাৰ কৰে—ভীমটো দিনে দিনে কিবা হৈ গৈছে। কাম-বন কৰে, কিন্তু হাঁহি-মাতি নুফুৰে। তেখেতে এদিন কলে, "তোৰ কি হৈছে অ' ভীম? মন মাৰি ফুৰিছ দেখোন?"

বুঢ়াৰ ওচৰৰও ধৰা পৰিব নেলাগিব। ভীমে কাঠ হাঁহি এটা মাৰি কয়, "একো হোৱা নাই দেওতা, ক'তনো মন মাৰি ফুৰিছো?"

"ওহ," শইকীয়া সন্তুষ্ট হব নোৱাৰে। "দেখিছো আৰু' আগৰ দৰে হাঁহি-তামাচা নকৰ, আকৌ বোলে মন মাৰি ফুৰা নাই।"

ভীমে ব্যাখ্যা কৰে, "ভাত-তাত আজি-কালি ৰান্ধিব নেলাগে নহয়, একদম চুষ্টি হৈ গৈছোঁ।"

"নে ফিল্ডত কাম কৰিবলৈ তোৰো মন গৈছে?"

"নাই।" সি আঁতৰি যায়।

ৰাতি তাৰ ঘৰৰ কাষেদি বাখৰ বাহিৰলৈ যাওঁতে সি থমক খাই ৰৈ যায়; ভীমে ফেকুৰি ফেকুৰি কান্দিছে। বেৰৰ জলঙাইদি জুমি চাই দেখে লেমটোৰ সমুখত টেবুলত মূৰ গুজি ভীমে কান্দি আছে।

পিচদিনা ভীমৰ বহীটো চাওঁতে তাৰ চকুত পৰে শেষৰ পিনে এটা পাতত লিখা আছে: "মই আজি কান্দিছোঁ। পৰম পূজনীয় দেউতাই মোক ফিল্ডত কাম কৰিব বুলি ক'লে। ইমান দুখ মই আৰু পোৱা নাই। ফিলে মোৰ ঘৰ ভাঙিলে, ফিলে মোন মন ভাঙিলে। ফিলে মোৰ সকলো ভ্ৰষ্ট কৰিলে। মই হেনো ফিলতহে কাম কৰিব মন কৰিছোঁ। হে ভাগবান মোক ৰক্ষা কৰা।"

৪

বাখৰ আৰু থিৰে থাকিব নোৱাৰিলে। সি এদিন গধূলি গিৰীনৰ ঘৰৰ সমুখত থিয় হ'লগৈ। পাতল হাবিয়নি আৰু বাঁহ এজোপাৰ দাঁতিত সৰু ঘৰটো।

ভিতৰত চাকি জ্বলি আছে। বন্ধ দুৱাৰৰ ওচৰলৈ সি আগবাঢ়ি যায়। ভিতৰত মানুহৰ চেপা কথা-বতৰা চলিছিল। পুৰুষ আৰু স্ত্ৰী দুয়োৰে। এজন পুৰুষ, এজনী স্ত্ৰী।

সি দুৱাৰত টুকিয়াই মাতে, "গিৰীন, গিৰীন, দুৱাৰ খোলা।"

"কোন ?" গিৰীনে দুৱাৰ খুলি খুলি সোধে।

বাখৰ সোমাই যায়, সাউৎ কৰে বাওঁহাতৰ কোঠাটোলৈ সোমাই যোৱা শাৰী এখন আৰু ভৰি দুটা সি দেখে।

গিৰীন অবাক হৈ যায়। সি আতঙ্কৰ দৃষ্টিৰে বাখৰৰ পিনে চায়। তাৰ শৰীৰত বাখৰতকৈ বহুত বেছি মঙহ আৰু বহুত বেছি বল আছে। কিন্তু বাখৰৰ চকু দুটাৰ ফালে চাই সি নিজক দুৰ্ব্বল দুৰ্ব্বল অনুভব কৰে। সেই চকুত মৰণৰ কোনো ভয় নাই। তাত কেৱল সাহ আছে।

বাখৰে দুৱাৰখন বন্ধ কৰি কয়, "মোক বোধহয় বহিবলৈ কোৱাত আপত্তি নাই, তোমাক আমি—" "বহক বাখৰ ককাইদেউ," অপ-ৰাধীৰ দৰে গিৰীনে চকী এখন আগবঢ়াই দি কয়, "মোৰ ভুল হৈছে। বহক "

বাখৰ বহে। চকী মেজেৰে সুসজ্জিত কোঠাটোত নিকা কাপোৰ পৰা এখন বিছনা। মেজত এটা দামী টেবুল লেম্প, এখন টিপয়ত ফুল ভৰা ফুলদানী।

বাখৰে সুধিলে, "সিটো কোঠাৰ পৰা বাহিৰলৈ যাবলৈ দুৱাৰ আছেনে নাই ? মোৰ পৰা ভয় কৰিব লগীয়া একো নাই। মোৰ পৰা কাৰো অপকাৰ নহয়। মই ভদ্ৰ ভাৱতেই আহিছোঁ।"

গিৰীনে লাহেকৈ কয়, "নাই।"

বাখৰে মাতে, "গৌৰী!" কোনো উত্তৰ নাই। "গৌৰী, এই-ফালে আহ। মোৰ আগলৈ ওলাই আহ। তোৰ লগত মোৰ কথা আছে। তই ইয়াত থাক, জানো। সকলোৱে জানে। তোক মাৰধৰ কৰিবলৈ মই অহা নাই।"

গৌৰী ওলাই আহে। তাইৰ মুখখন ভয়ত বিবণ। গাত ছিল্কৰ ব্লাউজ আৰু দামী শাৰী। তাই মূৰ তুলি বাখৰৰ ফালে চাব নোৱাৰে।

"গৰী," বাখৰৰ মাতটো আগতকৈ বহুত কোমল হৈ পৰে,

"মই তোক গালি পাৰিবলৈ অহা নাই। তই লাইন এৰি আহি ভাল কৰিছনে বেয়া কৰিছ, সেই কথাও ক'বলৈ অহা নাই। তোৰ যি খুচী তই কৰিছ ; মোৰ তাত মাত মাতিবৰ হক নাই। মই আহিছোঁ ভীমৰ কাৰণে।"

গিৰীন সিটো কোঠালৈ যাব খোজে। বাখৰে কয়, "তুমি ইয়াতে থাকিব পাৰা গিৰীন, মোৰ কোনো আপত্তি নাই।"

গিৰীনে মুৰ খজুৱাই কয়, "নহয় 'কাইদেউ, মই অলপ চাহৰ খবৰ কৰোঁ বুলিছিলোঁ।"

"মই এতিয়াই যামগৈ। তুমি ব্যস্ত হব নেলাগে।"

গিৰীনে তললমুৱ কৰে। বাখৰে বুজে গিৰীনে ভাবিছে, ঘৃণা কৰি সি চাহ খাব খোজা নাই। সি কয়, "এগিলাচ চেঁচা পানী পাৰা যদি আনা।"

গিৰীন ওলাই যায়।

বাখৰে কয়, "গৰী, ভীমক চবচে ভাল মানুহ বুলি মই নকওঁ কিন্তু তাৰ দৰে মৰম-দৰদ কৰিব পৰা মানুহ আৰু মই দেখা নাই। সি ইমান প্ৰেম দিব পাৰে মই চমক খাই গৈছোঁ। তই গুচি অহাৰ পিচৰ পৰা সি একেবাৰে মন-মৰা হৈ গ'ল। কাম কৰে, কিন্তু কোনো ফুৰ্ত্তি নাই। মুখত আমাক ফাকি কৰি হাঁহি দেখু-ৱায়, কিন্তু ৰাতি বিছনাত পৰি পৰি কান্দে। মই তাক ভাল পাওঁ, নিজৰ ভাইৰ দৰে ভাল পাওঁ। তাৰ দুখ দেখি মোৰ আৰু সহ্য নোহোৱা হৈছে।"

তাই একো নেমাতে। পৰ্দ্দাৰ বেকগ্ৰাউণ্ড লৈ বজাৰত তোলা ফটো এখনৰ দৰে থিয় হৈ থাকে।

বাখৰে কয়, "ভীমৰ দৰে দৰদ মই, মই নবউৰক দিব পাৰি-ছিলোঁ নে নাই কব নোৱাৰো। সেই কাৰণে মই তোৰ ওচৰলৈ আহিছোঁ।"

গিৰীনে পানী এগিলাচ লৈ আহি তাৰ ফালে আগ বঢ়াই দিয়ে। পানী খাই সি কয়, "গৰী, তই ব'ল, ঘূৰি ব'ল, ভীমৰ ওচৰলৈ ব'ল। তাৰ জান বচা। সি নহলে কাহানিবা পাগল হৈ যাব "

গৌৰী নিমাত।

বাখৰে মাতিলে, "গৌৰী !"

তাই নিমাত।

সি বহাৰ পৰা উঠি তাইৰ সমুখত থিয় হয়গৈ, তাইৰ দুবাহুত ধৰি মানুজনী জোঁকাৰি জোঁকাৰি মাতে, "গৌৰী !"

তাই "বাবু" বুলি তাৰ ভৰিত পৰি হুকহুককৈ কান্দি পেলায়। তাই তাৰ ভৰি এখনত ধৰি থাকে। একো কথা নকয় !

গিৰীনে চকী এখনত বহি দুহাতেৰে চকু মুখ ঢাকি ধৰে। এই দৃশ্যৰ ৰহস্য তাৰ মগজুৰ বহুত বাহিৰত।

গৌৰীৰ মূৰত হাত দি বাখৰে কয়, "গৰী, ভীম মোৰ যেনে ভাই, তয়ো তেনে বহিন। তই ভাবিছ মই তোক দেখিব নোৱাৰো। বহিনৰ ওপৰত কেতিয়াবা খং হলেও জানো দাদা-বহিন, দাদা-বহিন হৈ নেথাকে ?"

গৌৰীৰ অন্তৰখনে হাঁহাকাৰ কৰি উঠে। তাইৰ অনুভৱ হয় তাই পাপৰ বোকাত লুতুৰি-পুতুৰি হৈ পৰিছে। তাইৰ গোটেইটো ধুনীয়া গা একেবাৰে লেতেৰা হৈ গৈছে। শুকান পাৰত থিয় হৈ দেৱতাৰ দৰে মানুহ বাখৰ বাবুৱে তাইক বোকাৰ পৰা তুলি নিব খুজিছে। অলপ দূৰত করুণ চাৱনিৰে চাই থিয় হৈ আছে ভীম, সিও দেৱতাৰ দৰে মানুহ।

বাখৰে কয়, "গৰী, তই মোৰ দুখ নুবুজিবি। মই কান্দিছোঁ, কিমান কান্দিছোঁ তই দেখা নাই। তই এই অলপ কান্দিছ। মই বহুত দিন কান্দিছোঁ। আৰু ভীমে মোতকৈ বহুত বেছি কান্দিছে।"

তাই তাৰ ভৰিটো জোৰে সাৱটি ধৰি কান্দি কান্দি কয়, "মই যাম বাবু।"

বাখৰে তাইক ধৰি চকী এখনত বহুৱাই দি নেকান্দিবলৈ ভালে-মান পৰ সান্ত্বনা দিয়ে। অলপ সুস্থ হোৱাৰ পিচত সি দুৱাৰ খুলি ওলাই যায় অলপ পিচত গৌৰীও উঠি আন্ধাৰে মুন্ধাৰে মোমায়েকৰ ঘৰৰ পিনে যায়গৈ। গিৰীনে চকু মুখ ঢাকি বহি থকা অৱস্থাতে বহুত পৰলৈ বহি থাকে।

৫

পিচদিনা স্কুললৈ যাবৰ সময়ত বাখৰে ভীমক সুখবৰটো দিলে। ভীমে খুকুৰীখন উলিয়াই ধৰাই আছিল। ইটো সিটো কথাৰ ছলেৰে বাখৰে আচল কথাটো শেষত ক'লে।

ভীমে থিয় হৈ নালডালত শকতকৈ খুকুৰীখন মুঠি মাৰি ধৰি ক'লে, "মোক কচবী মাইকী নেলাগে।"

বাখৰ ভিতৰত বহি পৰেগৈ। কচবী মানে পতিতা।

অৱশ্যে গৌৰী ঘূৰি অহাৰো কোনো লক্ষণ দেখা নগ'ল। তাই হয়তো ক্ষন্তেকৰ বাবে নিজৰ ভুল দেখা পাইছিল। কিন্তু ৰাতি পুওৱা মাত্ৰকে ৰাতিৰ সকলো কথা পাহৰি পেলালে। হয়তো গিৰীনে আকৌ তাইক ফুচুলালে।

বাখৰ ভাগৰি পৰে। ভীমক নিজৰ পথতে এৰি দি সি কাগজ কিতাপ লৈ স্কুলতে অনুবাদ কৰিবলৈ লয়, স্কুল ছুটী হলে দোকানত চাহ খাই আহি গধূলিলৈকে লিখি থাকে। ফুৰি-চাকি আকৌ ৰাতি ঘৰ সোমায়গৈ। ৰাতি আকৌ লিখে। প্ৰকাশকে তাগাদা দিছে। ভাঙনিৰ অনুমতি আহিছে, সোনকালে অনুবাদ কৰি প্ৰেছত দিব লাগে, এইখনৰ প্ৰথম ছপাত বাখৰে সাতশ টকা পাব।

অনুপমাৰ চিঠি গতানুগতিক হৈ গৈ চাৰি-পাঁচ শাৰীত ৰৈছেগৈ: ভালে আছে, নিনি বগাব ধৰিছে, তাই খেৰজানলৈ নেযায়, ইত্যাদি।

মনত দুখ লাগিব বুলি আৰু দুখ লাগিলে আগুৱাব নোৱাৰিব বুলি সি অনুপমাৰ পৰিবৰ্ত্তনৰ কথা নেভাবিবলৈ চেষ্টা কৰে। সেই কাৰণে দিনে-ৰাতিয়ে লিখে। ৰেণুৱে কেতিয়াবা কয়, বাইদেৱে মাতি পঠাইছে। সি উত্তৰ দিয়ে, "মোৰ সময় নাই।"

এদিন গিৰি আহি স্কুলতে ওলালহি। তেতিয়া স্কুল ছুটী হৈছে। বাখৰে চকীদাৰটোক চাহ আনিবলৈ পঠিয়াই কিতাপ-কাগজবোৰ মেলি লৈছে।

"বাখৰদা," তাই অফিচলৈ সোমাই আহে।

সি বিৰক্তি বোধ কৰে, গতিকে একো নেমাতি তাইৰ ফালে চায়। তাই চকী এখনত বহেহি।

"কি হ'ল গিৰি?" সি পাতল হবলৈ যত্ন কৰে।

"আপোনাৰনো কিহত সময় নোহোৱা হৈছে চাবলৈ আহিলোঁ।"

পাতল কৰিব খোজা বাখৰৰ মনটো তাই অজানিতে গধুৰ কৰি তোলে। "মোৰ কিমান পঢ়া বুজিবলৈ বাকী আছে। আপুনি কিয় নেযায়, বাখৰদা?"

বাখৰে সংযত হবলৈ চেষ্টা কৰি কয়, "মই কিতাপ এখন অনুবাদ কৰিছোঁ গিৰি। মোৰ মুঠেই সময় নাই।"

"অ' আপুনি এইবোৰত ধৰিছে সিখন কিতাপ দেখিছিলোঁ পঢ়া নাই। কিয় এইবোৰ কৰিছে?"

"টকা।"

"কিমান টকা পায় এখনত?"

"কোনো ঠিক নাই। প্ৰকাশকৰ লগত বন্দবস্ত কৰিব লাগে। চাৰি শ, পাঁচ শ, ছ শ।"

"আপুনি তেনে মোক পঢ়াবলৈ নেযায়?"

"দেখিছাই মই ব্যস্ত।"

"আমাৰ তাতো লিখিব পাৰিব। এই লেণ্ডেৰা অফিচ ডালত বহি বহি কিনো ভাল পাইছে?"

"আমাৰ ফেদেলা ঘৰটো বা এই লেতেৰা অফিচটো নহলে মই লিখিবই নোৱাৰো গিৰি।"

চকীদাৰটোৱে এগিলাচ চাহ আৰু দুটা বৰফি আ'ন টেবুলত দিয়েহি। তাই কোনোমতে নাকটো নোকোচোঁৱাকৈ কয়ঃ

"আবেলি আমাৰ ঘৰতে চাহটুপি অনুগ্ৰহকৈ খাই আহিবগৈ পাৰে দেখোন।"

"এই গুৱৰ চাহটুপি নেখালে মোৰ মনৰ পৰা ভাবেই যে নোলায়," সি চাহ গিলাচ দাঙি লয়।

তাই অলপ পিচত কয়, "আপোনাৰ হঠাতে টকাৰ ইমান দৰকাৰ কিয় হ'ল বাখৰদা?"

"কি কৰিবা গিৰি। সদায় দেউতাৰ উপাৰ্জ্জন খাই থাকিলেতো নচলে। মই বিয়া কৰালো, সন্তান হ'ল, সিহঁতক পোহ-পাল দিব লাগিব। মই শিক্ষিত ডেকা লৰা, মোৰ সামৰ্থ্যৰ প্ৰমাণ দিব লাগিবতো।"

"আপুনি মোক পঢ়াবলৈ যাবই লাগিব বাখৰদা। লাগিলে এখন কিতাপৰ দাম ময়েই দিম।"

"মুঠেই এখন কিতাপৰ দাম? দুটকা কি আঢ়ৈ টকা এখনৰ দাম। তাৰে কিটো হব?"

"নহয়, এখন লিখিলে যিমান পায় সিমান।"

"এ ৰাম, ৰাম, ৰাম! গিৰি, ছিঃ! দেউতাৰাই সেইদিনা যে কৈছিল, বঙালী কেৰাণীক 'ঘোছ' দি মিছাকৈ সৰহ টকাৰ বিল পাছ কৰোৱাৰ কথা, মনত আছেনে নাই? আছে? দেউতাৰাৰ সেইটো কি? লোভ নহয় নে?" বাখৰে লেনিয়াই লেনিয়াই ঠাট্টাৰ সুৰত কৈ যায়, "কিতাপত পঢ়িছা নহয় লোভেই পাপ পাপেই মৃত্যু? মোকনো পাপৰ পইচা লবলৈ তুমি ক'ব পোৱানে? তুমি মোৰ ছাত্ৰী, মই তোমাৰ গুৰু, সাক্ষাৎ ঈশ্বৰ স্বৰূপ। তুমিনো এনে পাপ কথা গুৰুৰ আগত কব পোৱানে?"

তাই লাজত ৰঙা পৰে। কোনোমতে কয়, "ই থক। আপুনি বৰ ক্বিবা। মই এইবোৰ নবউলে লিখি পঠাম ৰ'ব, মজা দিব তেতিয়া।"

বাখৰে চায়, গিৰিৰ গাত জয়ন্তই অনা বিলাতী কাপোৰৰ ব্লাউজ, ব্লেক মাৰ্কেটত কিনা দহটকীয়া গজৰ বিলাতী ভয়েলৰ চাদৰ। তাৰ কুকিক তাৰ পৰা আঁতৰাই নিয়াত সহায় কৰা এইবোৰ কাপোৰ। সি একো নেমাতে, চকীদাৰক পইচা দিয়ে, দোকানত গিলাচ থৈ চিগাৰেট লৈ আহিবলৈ।

তাই কয়, "তেন্তে মোৰ মেট্ৰিক দিয়া নহব বাখৰদা?"

তাৰ খং উঠি আহিছিল। তাইৰ মুখত অনুপমাৰ নাম শুনি সি নিজক আৰু সংযত কৰি ৰাখিব পৰা নাছিল। সি সুধিলে, "তোমাৰ মেট্ৰিক দিয়াৰ চখটো ইমানকৈ কিয় হ'ল গিৰি? কিয় মেট্ৰিক পাছ নকৰিলে জয়ন্তই বিয়া নকৰাওঁ বুলিছে নেকি?"

"যক, নেলাগে আপুনি পঢ়াব।" তাই ভোৰভোৰাই ওলাই ঘৰলৈ যায়গৈ।

তাৰ আৰু লিখা নহয়। কিতাপ-কাগজ সামৰি সি অফিচৰ পৰা ওলায়। বহুত দেৰিলৈকে থাকিব লাগিব বুলি বিৰক্ত হোৱা চকীদাৰটো তাক ওলাই যোৱা দেখি আচৰিত হৈ যায়।

৬

ৰান্ধনিটো এৰাতি পলাই গ'ল।

দুৰ্য্যোধনে এদিন খবৰ দিলেহি, সি ৰান্ধনিটোক ফিল্ডত কাম কৰা দেখিছে।

গতিকে ভীমে আকৌ ভাত ৰন্ধা কামটো নিজৰ হাতলৈ তুলি লয়। কিন্তু তাৰ ভুলত বাখৰ আৰু শইকীয়াই হুমুনিয়াহ পেলাবলৈ ধৰিলে। আঞ্জাত লোণ কেতিয়াবা বেছি হয়, কেতিয়াবা একে-

বাবেই দিয়া নহয়। শইকীয়াই দোকমোকালিতে উঠি সময়মতে চাহ এটোপা নেপায়, কাহানিবা কাহানিবা ভীম ঘৰত নেথাকেই, ৰাতিয়েই মনে মনে লাইনলৈ যায়গৈ, ৰাতিপুৱা বহুত বেলিলৈকে নাহে। বাধ্যৰে ৰাতি খপা টোপনিৰ পৰা অনিচ্ছা সত্ত্বেও উঠি আহি চাহ কৰি দিব লগাত পৰে।

সেইবাবে সি অনুপমাক আনিবলৈ গৈছিল, কিন্তু তাই নাহিল। নিনিয়ে 'মা' কৰিব পৰা হৈছে, কান্দোনক অস্ত্র ৰূপে ব্যৱহাৰ কৰিব পৰা হৈছে। কেইমিনিট মানৰ ভিতৰতে দেউতাকৰ লগত বন্ধুত্ব পাতি পেলাইছিল। থিয় দণ্ডা দিছে, খোজ কাঢ়িবলৈ আৰু বেছি দিন নাই।

অনুপমাৰ স্বাস্থ্যৰ বহুত উন্নতি হৈছে। হাঁহি-মাতি ফুৰে, লগৰ ছোৱালীবোৰৰ লগত ক্যেৰম খেলে—চকুত ফুটি উঠিছে জীৱন্ত হৈ মৰা অতীতটো। তাক ফুৰিবলৈ লগ ধৰিছিল, কিন্তু সি নেযাওঁ বোলাত নিনিক লৈ তাই মটৰত উঠি অকলেই ফুৰিবলৈ গৈছিল।

৭

"কুকি," সি কৈছিল, "তেন্তে তুমি নোযোৱা ?"

"মোৰ এতিয়া মন যোৱা নাই। তদুপৰি গাও একেবাৰে ভাল হোৱা নাই।"

"থক বাৰু, নেলাগে এতিয়া যাব।"

"আপুনি মোক নিম বুলিয়েই আহিছিল নেকি ?"

"এৰা আমাৰ বৰ কষ্ট হৈছে। ৰান্ধনিটো পলাই গ'লগৈ। ভীমটো কিবা হৈ গ'ল—খোৱা-লোৱাত বৰ কষ্ট হৈছে। দেউতাই ৰাতিপুৱা চাহ নোখোৱাকৈ কেতিয়াবা অফিচলৈ যায়গৈ।"

তাই এজনী সম্পূৰ্ণ বেলেগ মানুহৰ দৰে কয়, "অ', মোক তেনে ৰান্ধনিটোৰ সলনিহে বিচাৰি আহিছে ?"

এনেতে অনুপমাইঁতৰ ৰান্ধনি বাপুৱে বাখৰক চাহ দি যায়হি। সঙ্কোচত বাখৰৰ মুখৰ পৰা ভৰিলৈকে সিৰসিৰাই যায়।

"কুকি, তোমাৰ কথাটো একেবাৰে মিছা নহয়। কিন্তু সেই ধাৰণা লৈ মই অহা নাছিলোঁ। হয়তো মই দুখীয়া মানুহ, সেই কথা তুমি বিয়াৰ আগতে জানিছিলা। আমাৰ বিয়া দেউতাইঁতেই পাতিছিল যদিও আমি দুয়ো দুয়োকো জানিবলৈ সুযোগ পাইছিলোঁ। এতিয়া আমাৰ দুয়োৰে জীৱনৰ সুখদুখবোৰ সমানে ভগাই লব লাগিব। মই এই ভাবিহে আহিছিলোঁ।"

তাই একো নেমাতি আঁতৰি গৈছিল।

ৰাতি ভাত খোৱাৰ পিচত তাই ক'লে, "আপোনাৰ বিছনা-পাতি ঠিককৈ থৈছো দেই।"

তাৰ নিৰ্দ্দিষ্ট বিছনাখনত সি দীঘল দি পৰেগৈ। কোমল তুলি-খনত যেন কাঁইটহে আছিল। নিনিক বিচাৰি আনি সি তাইক চুমাৰে ওপচাই দিয়ে। তাই ন-কৈ শিকা 'দে-তা' 'দে-তা' মাত-বোৰেৰে তাক ব্যতিব্যস্ত কৰি তোলে। তাইক ভালদৰে শুৱাই দি সিও বাগৰ দিয়ে। কপাহৰ দৰে কোমল ওপত গাটো সাৱটি সি সকলো পাহৰি যায়।

অনুপমাই পানী এগিলাচ দিবলৈ আহে। সি বিছনাত উঠি বহে। তাই নিনিক লৈ যাব খোজে। সি বাধা দি কয়, "থক কুকি, তাই আজি মোৰ লগতে শোৱক।"

"ৰাতি মোক বিচাৰি কান্দিব।"

"মই নিচুকাবলৈ চেষ্টা কৰিম।"

"মই ওচৰত নেথাকিলে তাই কাকো নেমানে।"

"চাওঁ মই আজি চেষ্টা কৰি। নহলে তোমাক মাতিম।"

সি তাইক গাৰ ওচৰলৈ টানি লব খোজে। অনুপমাই স্পষ্ট বিৰক্তি দেখুৱাই "চাওঁ গুচক" বুলি তাৰ বান্ধিব খোজা বাহু দুখন আঁতৰাই দিয়ে। ৰাতি শুই শুই সি ভাবে, উপচি পৰা নদাৰ

এঠাইত ফাট মেলিলে সি ডাঙৰ হৈহে গৈ থাকে আৰু পানীও অবিৰাম গৈহে থাকে সেই ফালে। তাৰ কপালত ঘামৰ টোপাল বোৰ ডাঙৰ হৈ পৰে।

৮

গতিকে সি নিৰাশ হৈ উলটি আহে।

মাংৰা আৰু বিকল আহি থাকে, সিহঁতক প্ৰতি মাহে ফিল্ডত কাম লাগেই। গৌৰীৰ কাৰণে বিকলে কোনো চিন্তা কৰা নাই। সি শইকীয়াক কৈছিল, "ঠিক আছে বাবু। তাই মোমায়েকৰ ঘৰত থাকি টকা কমাইছে, ভালেই হৈছে। ইয়াৰ পৰা অহা-যোৱা কৰা মস্কিল, কাহানিবা কাহানিবা লৰী নাহেই। মই গৈ থাকো মাজে মাজে। তাই চব পইচা মোৰ হাতত দিয়ে।"

শইকীয়াই পোন্ধৰ দিনৰ ছুটী লৈ গাৱঁলৈ যায়। তেখেতে চৰকাৰী আলিৰ দাঁতিত মাটি লৈ নতুনকৈ ঘৰ সাজিব খুজিছে। তেখেতৰ বন্ধু এজন গাৱঁৰে মৌজাদাৰ; মৌজাদাৰকে আগৰে পৰা কাঠ কটাবলৈ আৰু ঠিকাদাৰ বন্দবস্ত কৰিবলৈ লিখালিখি কৰি আছিল। এই পোন্ধৰ দিনতে তেখেতে কাম আৰম্ভ কৰাই আহিব; শেষ কৰিব মৌজাদাৰে, তেখেতে সকলো ভাৰ লবলৈ মান্তি হৈছে।

বাখৰে 'ইজি টু কিল'খন শেষ কৰাত একান্ত মনে লাগি যায়।

ডেভিদ আহিছিল। তেওঁ বোলে অলপতে গয়ালৈ বদলি হৈ যাবগৈ। বাখৰৰ মানসিক দ্বন্দ্বৰ কথা তেওঁ বুজিব পাৰে। তেওঁ অনুপমাৰ কথা সোধে।

বাখৰে কয়, "তেওঁ মাকৰ ঘৰত আছে ডেভি। স্বাস্থ্য বৰ ভাল নহয়, সেইবাবে মই আহিবলৈ হাক দিছোঁ। ইয়াত কষ্টহে মিছামিছি।"

"বেবীৰ খবৰ কি?"

"নিনি? তাই ডাঙৰ হৈছে ডেভি। তাই বৰ ধুনীয়া হৈ উঠিছে।

মাত ফুটিছে।"

"নিনিৰ ফটো আছে বাখৰ?"

"নাই।"

"তুমি মোক কথা দিয়া বাখৰ, একপী ফটো মোৰ গয়াৰ ঠিকনালৈ পঠাই দিবা। মই কিছুমানি অতি অলপ দিনৰ ভিতৰতে আমেৰিকালৈ যামগৈ। মোৰ বৰ দুখ হৈ গ'ল, নিনিক দেখি নগলোঁ। আৰু মিছেছ শইকীয়াকো মাত দি যাব নোৱাৰিলোঁ।"

ডেভিদ গয়ালৈ যাবগৈ। তেওঁৰ সঙ্গসুখকণ বাখৰে উপভোগ কৰিছিল। তাৰ অন্তৰৰ জুইকুৰা ডেভিদে দেখা নাই; কিন্তু তেওঁৰ সৰল মৰমখিনি বাখৰে আকলুৱাৰ দৰে বুকুত সুমুৱাই থৈছিল।

শেষ বিদায় লোৱাৰ আগতে ডেভিদে মনৰ সন্দেহ প্ৰকাশ কৰিলে, ক'লে, "বাখৰ, যোৱাৰ আগতে মোৰ মনৰ খুকুৰি এটা মাৰি থৈ যাব খোজো। তোমাক এটা কথা খোলাখুলিকৈ সুধিব খোজো।"

বাখৰে তেওঁৰ চকুলৈ চালে।

"বাখৰ, ভাৰতবৰ্ষত তোমাকেই মই শ্ৰেষ্ঠ বন্ধু হিচাপে পাইছোঁ। সেইবাবে তোমাৰ মনত কিবা এটা হলে মই তোমাৰ চকুলৈ চায়েই বুজিব পাৰো। কিন্তু অকল চকুৰে কিয়, তুমি তোমাৰ কাম-কাজ, কথা-বতৰা সকলোতে তোমাৰ মনত কিবা এটাই তোলপাৰ লগাই থকাটো প্ৰমাণ কৰি দেখুৱাইছা। তুমি হয়তো নিতান্ত ভাল মানুহ কাৰণে আমাৰ আগত ক'বলৈ বেয়া পাইছো।"

বাখৰে ডক্মূৰকৈ মনে মনে বহি থাকে।

ডেভিদে ক'লে, "সিবাৰো এইবোৰ কথা উলিয়াওঁতে— কুকি তেতিয়া ইয়াতে আছিল— তুমি যুদ্ধখনৰ কথা উলিয়াই মোৰ দুখত আৰু মোৰ দৰে অনেক দুৰ্ভগীয়াৰ দুখত দুখ প্ৰকাশ কৰিলা। তেতিয়া আৰু এতিয়াৰ মাজত কিবা সম্পৰ্ক আছে নেকি?"

ভালেমান পৰ মনে মনে থাকি বাখৰে ক'লে, "ডেভি তুমি সৈনিক, তোমাৰ আগত যুদ্ধৰ বিৰুদ্ধে কোৱা ঠিক নহয়। কিন্তু মই ভাবো তুমি মোৰ কাৰণে সৈনিকতকৈ বেছি ; তুমি মানুহ, তুমি মোৰ বন্ধু। নেভাবিবা যে মই যুদ্ধখন বেয়া পাইছোঁ। কিন্তু যুদ্ধক মই দৰকাৰী কুগ্ৰহ বুলি বিবেচনা কৰো। তোমালোকৰ প্ৰেছিডেণ্ট আব্ৰাহাম লিঙ্কনে জাতিৰ ঐক্য ৰক্ষাৰ কাৰণে আৰু মানুহৰ মুক্তিৰ কাৰণে, স্বজাতিৰ বিৰুদ্ধে চৰকাৰী সৈন্য পঠাই দিছিল ; সেইখিনিলৈকে যুদ্ধ লিঙ্কনৰ বাবে দৰকাৰী আছিল ; কিন্তু যুদ্ধত প্ৰাণ হেৰুৱা প্ৰত্যেকটো আমেৰিকান সৈন্যৰ বাবে তেওঁ ৰাতি চকুলো টুকিছিল ; সেই খিনিতে যুদ্ধ তেওঁৰ বাবে আছিল কুগ্ৰহ।"

ডেভিদে আকৌ একেথৰে বাখৰৰ চকুলৈ চাই থাকিল।

বাখৰে কৈ গ'ল, "ডেভি, জাৰ্ম্মানী আৰু জাপানৰ বিৰুদ্ধে মোৰো অভিযোগ আছে, তেওঁলোকৰ শক্তি খৰ্ব হোৱাটো ময়ো কামনা কৰোঁ। কিন্তু মোৰ চকুৰ আগতে কিমান যে সুখৰ সংসাৰ ভাগি গৈছে, তাৰ সীমা সংখ্যা নাই। সেইবোৰ দেখি মই কেৱলেই কান্দিছোঁ। তুমিও নিশ্চয় সেইবোৰ মন কৰিছা। তুমি হয়তো ক'বা মই মই বৰ দুৰ্বল। কিন্তু কি কৰিবা—দুৰ্বল মানুহোতো পৃথিবীত থাকে।"

ডেভিদে ক'লে, "আব্ৰাহাম লিঙ্কন দুৰ্বল নাছিল বাখৰ।"

"মই প্ৰেছিডেণ্ট নহওঁ ডেভি। মই এজন শিক্ষকহে।"

"লিঙ্কনৰ মাজৰ প্ৰেছিডেণ্টজনে যুদ্ধ কৰা নাছিল, যুদ্ধ কৰিছিল আৰু ৰাতি কান্দিছিল তেওঁৰ মাজৰ মানুহজনেহে। তোমাৰ কথা মই অস্বীকাৰ কৰিব নোৱাৰো বাখৰ। তুমি যি ভাবিছা সি সকলোৰে কাৰণে সত্য। মা আৰু এমাই চিঠি লিখিলে সদায় মোৰ কাৰণে প্ৰাৰ্থনা কৰে। তেওঁলোকৰ কি ভয় কি বেদনা মই বুজো। মোৰো কেতিয়াবা বৰ মন যায় তেওঁলোকৰ ওচৰলৈ গুচি যাবলৈ। আমি হয়তো বিপদৰ মাজত পৰি অভিজ্ঞতা লাভ

কৰিছো, কিন্তু তুমি দাৰ্শনিকৰ দৰে দেখি দেখিয়েই সেই অভিজ্ঞতা লাভ কৰিছা।"

ডেভিদৰ অনভিজ্ঞগতাত বাখৰে আকৌ হাঁহে। ডেভিদ গয়ালৈ যায়গৈ।

৯

দুৰ্যোধনে এদিন কলেহি "বাখৰ বাবু, গৰী একদম ডুবি গ'ল। তাই ইমান পাপী বুলি মই জনাই নাছিলোঁ। তাই আজিকালি মিলিটাৰী গাড়ীত উঠি ঘূৰি ফুৰে।"

বাখৰে তাক গালি পাৰে, "তইঁতে মোক বলিয়া কৰিবি। গৰীৰ কথা মোক কেলৈ? ফিল্ডত কাম কৰিবলৈ পঠাওঁতে সেইটো মনত নপৰিল, এতিয়া মোৰ আগত কবলৈ আহিছ? মৰক না গৌৰী, মোৰ কি লোকচান?"

দুৰ্যোধনে তলমূৰকৈ লাইনলৈ যায়গৈ। হঠাতে খং উঠা দেখি বাখৰৰ নিজৰে মনটো তিতা লাগে। অনুপমা নাহিল। তাৰ দুখন চিঠিৰ উত্তৰ এখন পায়। তাতো প্ৰাণ নাই। গিৰীন এতিয়াও আহে, দেউতাকক টকা দি যায়, আকৌ লৈ যায়, আকৌ ঘূৰাই দিয়েহি। কোনোমতে অনুবাদ শেষ কৰি সি প্ৰকাশকৰ হাতত দিয়েগৈ। প্ৰকাশকে দুখ কৰি কয়, "বাখৰ তোমাক দিম বোলা সাত শ বোধহয় দিব নোৱাৰিম, পাঁচশহে পাৰিম। কাৰণ শ্বাৰ্লক হোমছত আমাৰ অলপ লোকচান পৰিছে।"

সি প্ৰকাশকৰ ফালে চায়, প্ৰকাশকে তলমূৰ কৰে। সি গুচি আহে। সি বুজিলে, প্ৰকাশকেও বাণিজ্যত যেন তেন প্ৰকাৰেণ লক্ষ্মীক বসতি কৰাবলৈ যত্ন কৰিছে। সি অৱশ হৈ ঘৰত বহি পৰেহি। তাৰ সকলো শক্তি নাইকিয়া হৈ যোৱা যেন লাগে। তাৰ অনুভৱ হয় সি যেন আৰু কোনোকালেই লিখিব নোৱাৰিব। শিশু সাহিত্যৰ উপযোগাকৈ সত্য ঘটনা কিছুমান গোটাই কিতাপৰ

আকাৰত ছপাবলৈ সি এনচাইক্লোপিডীয়া, বুক অৱ নলেজ আৰু বহুতো কিতাপ গোটাই থৈছিল; সেইফালে সি মনটোকে নিব নোৱাৰা হ'ল।

বুক অৱ নলেজ এখন মেলি সি জোৰ কৰি পঢ়িবলৈ যত্ন কৰে। নোৱাৰি কিতাপখন দলিয়াই পেলাই মনতে কৈ উঠে, "কুকি! তুমি পাষাণী!"

# ওঠৰ

১

এনেতে এদিন হঠাৎ গধূলি জীৱনদাদা ওলায়হি। জীৱন দাদাই এসপ্তাহমান নুখুৱোৱা ডাঢ়িবোৰ ৰাতি লেমৰ পোহৰত খুৱাবলৈ লাগি যায়। লেতেৰা কাপোৰ-কানি সোপা নিজে ধোৱে; পিচৰ দিনটো থাকিব, ৰাতি যাবগৈ। কাপোৰ থুকুচি থুকুচি জীৱন-দাদাই সোধে, "শইকীয়া, মই কাপোৰ ধুয়েই পোৱা নাই। চাবোন বোৰ দেখোন গৈ শেষেই নহয়। কি কৰা যায়?"

বাধৰে হাঁহে, কয়, "ধুই থাকক। আপুনি নিজে যঁহা চাবো-নহে, যাবগৈ।"

জীৱন দাদাই কয়, "এৰা নিজে কৰা পাপবোৰো ধুই পেলাব পাৰিম তেন্তে।"

"কিনো পাপ কৰিলে?"

"জীৱনবোৰ কিছুমান পাপৰে সমষ্টি দেখোন শইকীয়া। নহ-লেনো মোৰ এই অৱস্থা হয়নে? নে আপোনাৰে এনে অৱস্থা হয়?"

"মোৰ চোন পাপ কৰা মনতে নপৰে?"

"আপোনাৰ দেউতাক আছেনে নাই?"

"কওক নুশুনে।"

"তেখেতে পাপ কৰিছে নহয়। আৰু তেখেতৰ দেউতাকে কৰি থৈ গৈছে। আৰু তেখেতৰো দেউতাকে কৰিছিল। তাৰ ফল আপুনি ভুগিব।"

"তেনেকুৱা হলে আমাক অন্যায় কৰা হয়।"

"হলেও উপায় নাই। অন্যায় বুলিনো কেনেকৈ কওঁ? আমাৰ দেউতাই বহুত মোন কানি বেচিলে। তাৰে মই এই দেহা

গঢ়িলোঁ, তাৰেই জ্ঞান আহৰণ কৰিলোঁ। নজনাকৈ হলেও পাপ কৰিলোঁ। গতিকে প্ৰায়শ্চিত্ত নকৰি উপায় নাই।"

বাখৰে একো নেমাত।

ভাত-পানী খাই দুয়ো পটি'কোত বহি আকৌ কথা পাতে। অনুপমাৰ কথা ওলায়। ডেভিদক কোৱাৰ দৰেই জীৱনদাদাকো বাখৰে ক'বলৈ চেষ্টা কৰে। কিন্তু জীৱনদাদাৰ যুদ্ধৰ অভিজ্ঞতা ডেভিদতকৈ বহুত বেছি। তেওঁ খুচৰি খুচৰি সকলো কথা উলিয়াই পেলালে। বাখৰে সকলো কথা শেষত স্বীকাৰ কৰি পেলালে।

"শইকীয়া", জীৱনদাদাই ক'লে, "পুৰণি উপমা এটা মনত পৰিছে। সংসাৰখন সঁচাই এখন থিয়েটাৰ। কিছুমানে ভাও দিয়ে, কিছুমানে চায়। ভাৱৰীয়াৰো আনন্দ আৰু দৰ্শকৰো আনন্দ। দুয়োবিধৰ সংমিশ্ৰনতহে থিয়েটাৰ সম্পুৰ্ণ হয়। কিন্তু দৰ্শকৰ ভিতৰত দুভাগ আছে। এভাগে ভাৱৰীয়াৰ লগত কান্দি, হাঁহি, পগলা হৈ তৃপ্তি পায় আৰু আনভাগে চৰিত্ৰৰ উচিত অনুচিত বিচাৰ কৰে। এইভাগে তৰ্ক কৰে এনে হোৱা উচিত, এনে হোৱা অনুচিত। তেওঁলোকৰ সংখ্যা তাকৰ। তেওঁলোকক কনেছ্ছাৰ বোলে। তেওঁলোকে অলপ আনন্দ পাব পাৰে, তৃপ্তি নেপায়।"

বাখৰে একো নকয়।

জীৱনদাদাই কৈ যায়, "আপুনি কনেছ্ছাৰ। আপুনি ভাও নিদিয়ে, আপুনি সমালোচক দৰ্শক। ভাল-বেয়া বিচাৰ কৰা আপোনাৰ কাম, আপুনি ভাওনা দোষমুক্ত কৰিবলৈ সমালোচনা কৰে। কিন্তু কাহানিও তৃপ্তি নেপায়। কুকি দৰ্শক, খাটি দৰ্শক, ভাৱৰীয়াৰ লগত তাই কান্দি হাঁহি ভাল পায়, এক্ট্ৰেছৰ অনুকৰনত তাই সঁচাসঁচিকৈ 'ৰোমান্স' নামৰ অৰ্থহীন পদাৰ্থ বিচাৰে। আপুনি নাওৰ গতি নিৰ্ণয় কৰাত আত্মনিয়োগ কৰে। তাই পাৰত ভাল দৃশ্য দেখিলে নামি পৰিব খোজে। ভাৱৰীয়াৰ গৌৰৱ, দৰ্শ'কৰ আনন্দ আপুনি একো নেপায়। পায় ক্ৰিটিকৰ অসন্তুষ্টি।"

গঢ়িলোঁ, তাৰেই জ্ঞান আহৰণ কৰিলোঁ। নজনাকৈ হলেও পাপ কৰিলোঁ। গতিকে প্ৰায়শ্চিত্ত নকৰি উপায় নাই।"

বাখৰে একো নেমাত।

ভাত-পানী খাই দুয়ো পটি'কোত বহি আকৌ কথা পাতে। অনুপমাৰ কথা ওলায়। ডেভিদক কোৱাৰ দৰেই জীৱনদাদাকো বাখৰে ফবলৈ চেষ্টা কৰে। কিন্তু জীৱনদাদাৰ যুদ্ধৰ অভিজ্ঞতা ডেভিদতকৈ বহুত বেছি। তেওঁ খুচৰি খুচৰি সকলো কথা উলিয়াই পেলালে। বাখৰে সকলো কথা শেষত স্বীকাৰ কৰি পেলালে।

"শইকীয়া", জীৱনদাদাই ক'লে, "পুৰণি উপমা এটা মনত পৰিছে। সংসাৰখন সঁচাই এখন থিয়েটাৰ। কিছুমানে ভাও দিয়ে, কিছুমানে চায়। ভাৱৰীয়াৰো আনন্দ আৰু দৰ্শকৰো আনন্দ। দুয়োবিধৰ সংমিশ্ৰনতহে থিয়েটাৰ সম্পুৰ্ণ হয়। কিন্তু দৰ্শকৰ ভিতৰত দুভাগ আছে। এভাগে ভাৱৰীয়াৰ লগত কান্দি, হাঁহি, পগলা হৈ তৃপ্তি পায় আৰু আনভাগে চৰিত্ৰৰ উচিত অনুচিত বিচাৰ কৰে। এইভাগে তৰ্ক কৰে এনে হোৱা উচিত, এনে হোৱা অনুচিত। তেওঁলোকৰ সংখ্যা তাকৰ। তেওঁলোকক কনেছ্ছাৰ বোলে। তেওঁলোকে অলপ আনন্দ পাব পাৰে, তৃপ্তি নেপায়।"

বাখৰে একো নকয়।

জীৱনদাদাই কৈ যায়, "আপুনি কনেছ্ছাৰ। আপুনি ভাও নিদিয়ে, আপুনি সমালোচক দৰ্শক। ভাল-বেয়া বিচাৰ কৰা আপোনাৰ কাম, আপুনি ভাওনা দোষমুক্ত কৰিবলৈ সমালোচনা কৰে। কিন্তু কাহানিও তৃপ্তি নেপায়। কুকি দৰ্শক, খাটি দৰ্শক, ভাৱৰীয়াৰ লগত তাই কান্দি হাঁহি ভাল পায়, এক্টেছৰ অনুকৰনত তাই সঁচাসঁচিকৈ 'ৰোমান্স' নামৰ অৰ্থহীন পদাৰ্থ বিচাৰে। আপুনি নাওৰ গতি নিৰ্ণয় কৰাত আত্মনিয়োগ কৰে। তাই পাৰত ভাল দৃশ্য দেখিলে নামি পৰিব খোজে। ভাৱৰীয়াৰ গৌৰব, দৰ্শকৰ আনন্দ আপুনি একো নেপায়। পায় ক্ৰিটিকৰ অসন্তুষ্টি।"

পিচদিনা ৰাতিপুৱা জীৱনদাদা যায়গৈ।

বাখৰে ভাবে, সঁচাই, সি জীৱনত তৃপ্তি পাব নোৱাৰে। সি কাহানিও সন্তুষ্ট হব নোৱাৰে। গিৰীনৰ আনন্দ আছে, সি ভাওনাত নিজকে উটাই দিব পাৰিছে। জীৱনদাদাৰ আনন্দ আছে, তেওঁ দৰ্শকে চাব পৰা কিবা এটা ডাঙৰ কাম কৰিছে। অনুপমাৰ আনন্দ আছে তাই ভাওনা চাই আত্মতৃপ্তি পাব পাৰিছে। আৰু সি? সি ভাল-বেয়া, উচিত-অনুচিতৰ বিচাৰ কৰি সকলোকে হেৰুৱাই পেলাইছে। সোণালী ধাননি ৰচা শিল্পী গিৰীনক সি খেদি দিলে। তাৰ জীৱনক জীপাল কৰা কুকি জনী াৰ সমালোচনাত তিষ্ঠিব নোৱাৰি আঁতৰি গ'ল। শক্তিহীন দেউতাকে সামান্য ডুৱৰীৰ ভাও ললে। অলপ সময় ভাও দিয়ে আৰু বেছিভাগ ভিতৰৰ পৰা ভাও চাব পাৰে। জীৱনদাদা তাৰ জীৱনলৈ আহিব নোৱাৰে।

২

জীৱনদাদাই বাখৰলৈ এখন দীঘল চিঠি লিখে। শইকীয়া বিয়ৈয়েকৰ তালৈ গৈছিল; বহুত দিনৰ মূৰত জীৱনদাদাও ঘৰ ওলাইছিল গৈ। শইকীয়াৰ হাতত তেওঁ চিঠি পঠাইছে:

তেওঁ হেনো অনুপমাক এদিন পূৰা দুঘণ্টা ধৰি গালি পাৰিলে। ফল একো নহল। অনুপমা খাটি দৰ্শক। সুযোগ পালে ভাওনা কৰিবলৈ নামেহে। জীৱনদাদাৰ লগত তাই বিৰাট তৰ্ক কৰিলে। তেওঁৰ বোলে মন গৈছিল, তাইক গুলী কৰিবলৈ। বিপ্লবী মানুহৰ তেজ অলপতে গৰম হয়।

"পাম্প কৰা ব্লাডাৰ বৰ কোমল শইকীয়া, জীৱন্ত কিবা এটা যেন লাগে, পিচে কেনেবাকৈ অকণমান ফুটিলে আৰু ৰক্ষা নাই, সকলো বতাহ হৰহৰাই ওলাই যায়।

"অনুপমাক মেয়েই চিনি নোপোৱাত পৰিছোঁ। কলেজৰ ডেকা বন্ধু এজনৰ লগত আজি-কালি খুব ফুৰে। ঘৰৰ ওচৰৰ ল'ৰা।

দেউতাকৰ কৰিব খোজা কাৰবাৰৰ অংশীদাৰ আৰু এজন প্ৰধান উদ্যোক্তা। ডেকা দেউতাকৰ বৰ মৰমৰ। মটৰ চলাব জানে; আদ্দিও পিন্ধিব জানে, খাদিও পিন্ধিব জানে। তেওঁৰ নিজৰ নামত এখন বাগিচা আছে।

"জানো আপুনি দুখ পাব শইকীয়া। কিন্তু দুখকেই চিৰ-লগৰীয়া কৰি নলব। দুখৰ পৰশমণিত নিজক ঘঁহাই সোণ কৰি লওক। আপুনি কনেছ ছাৰ, আমাৰ উট'পয়াখন ওচৰ চপাই অনাত সহায় কৰক।"

বাখৰ গাৱঁলৈ যায়। দেউতাকৰ কথামতে সাজিব ধৰা ঘৰটো চাই আহেগৈ। ঘৰৰ কাম মৌজাদাৰে ভালমতেই চলাইছে। অতি কম সময়ৰ ভিতৰতে হৈ উঠিব।

নিজঞ্জাল গাওঁখনত তাৰ মনটো মুকলি মুকলি লাগে। যুদ্ধৰ হাই-উৰুমি নাই। কাচিৎ এখন লৰী বা উৰাজাহাজ ওলালেও গাৱঁৰ মানুহে আগৰদৰে খেতি-বাতিতে লাগি থাকে, দুই-এটা ডেকা লৰাই চিপাহীৰ চাকৰি কৰিলেও গধূলি ঢেকীৰ শব্দ ঘৰে ঘৰে উঠি থাকে। মৌজাদাৰৰ ঘৰটো বৰ ডাঙৰ। গিৰীনে পকীঘৰ সজাইছে; বাখৰ-হঁতৰ ঘৰটো চকুত লগা হৈছে। তথাপি মানুহবোৰে নামঘৰত থাপনা পাতি গায়ঃ

"ৰাম নাম নলৈলো, হৰিত নভজিলোঁ।
কি কাম কৰিলোঁ, আমি হে ৰাম ৰাম।"

জীৱনদাদাৰ আহ্বানত সঁহাৰি দিবলৈ সি মনত বল পায়। সি আশা কৰিব পাৰে। আছে, এতিয়াও বহুত মানুহ উটি নোযোৱাকৈ আছে। এতিয়াও আজাৰ গছত কুঁহি পাত ওলালে বিহুবলিয়া মানুহৰ মন উৰা মাৰিব খোজে। এতিয়াও এবুকু ওখ শালি ধান-নিৰ মাজৰ বালিবাটে বালিবাটে ৰংদৈহঁতে পানী শুকুৱা দ পথাৰত কুৰা কুৰলৈ যায়।

